প্ৰকাশক :
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱা এম, এ
দত্ত বৰুৱা এণ্ড কোং
গুৱাহাটী ।

আকৰ্ষণ
১ম সংস্কৰণ, ১৯৬০ চন
দাম ডেৰ টকা

শ্ৰীগুৰু প্ৰেছত মুদ্ৰিত।

# পাতনি

কলেজত পঢ়ি থকা অৱস্থাতে এটি বাস্তৱ ঘটনাৰ ওপৰত ভিত্তি কৰি এই ক্ষুদ্ৰ উপন্যাস খনি লিখা হৈছিল। সংসাৰৰ নানা চাকনৈয়াত পৰি কিতাপখন ছপা কৰিব পৰা নাছিলোঁ। শ্ৰীমান মুনীন্দ্ৰনাৰায়ণ দত্ত বৰুৱা বোপাই কিতাপখন প্ৰকাশ কৰিবলৈ মত দিয়াত তেওঁকেই প্ৰকাশ কৰিবলৈ দিলোঁ। আমাৰ ন পঢ়ুৱৈ সকলে কিমান দূৰ আনন্দ পায় কব নোৱাৰোঁ। যৎ সামান্যভাবে পালেও নিজকে নিজে কৃতাৰ্থ মানিম।

শ্ৰীউমাকান্ত শৰ্ম্মা

# আকৰ্ষণ

দেবকুমাৰ এইবাৰ বি, এ, পৰীক্ষা দি ঘৰলৈ আহিছে। পৰীক্ষাৰ খবৰ ওলাবলৈ এতিয়াও প্ৰায় তিনিমাহমান আছে। এই তিনিমাহ কেনেকৈ কটায়, কৰ্ম্মময় জীৱন তেওঁৰ, অলপো সময় অনাহকত খৰচ নকৰে। ঘৰৰ অৱস্থা একেবাৰে বেয়া, সৰুতে পিতৃহীন হৈছে, মাত্ৰ বিধবা মাক আছে। পৈতৃক সম্পত্তিও বিশেষ একো নাই, উচ্চ শিক্ষা লাভ কৰিছে মাত্ৰ বৃত্তিৰ ওপৰত।

কলিকতাৰ নিচিনা ঠাইত বৃত্তিৰ টকা কেইটাৰেও নচলে ; ইপিনে মায়েককো মাজে সময়ে সহায় কৰিব লাগে। দেবকুমাৰে প্ৰাইভেট টিউচন কৰে। প্ৰাইভেট টিউচন কৰি মাত্ৰ মাহে ২৫৲ টকাকৈ পায়। বৃত্তিৰ ৩০৲ টকা আৰু প্ৰাইভেট টিউচন কৰি পোৱা ২৫৲ টকাৰে দেবকুমাৰে বি, এ, পঢ়ে আৰু মাককো সহায় কৰে।

দেবকুমাৰৰ চৰিত্ৰ নিৰ্ম্মল, দুখ-দাৰিদ্ৰ্যৰ মাজত থাকে, তথাপি মুখৰ পৰা মিচিকিয়া হাঁহি নুগুচে। লিখা-পঢ়াত

যেনে পাকৈত ৰাজহুৱা অনুষ্ঠানবোৰতো তেওঁ আগৰণুৱা। কলেজৰ অনুষ্ঠান বিলাকৰ চেক্রেটাৰী দেবকুমাৰ, তর্কসভাৰ চেক্রেটাৰী দেবকুমাৰ। দেবকুমাৰ মিতব্যয়ী, লাহ-বিলাহ নেজানে বুলিলেই হয়, এদিনো ধোবাই ধোৱা কাপোৰ পিন্ধি পোৱা নাই, নিজৰ কাপোৰ কানি নিজে ধুই লয়। সৰিয়হৰ তেলৰ বাহিৰে অইন একো তেল ঘঁহি পোৱা নাই, তথাপি মূৰৰ চুলি এডালো সৰি যোৱা নাই, কেতিয়াও মূৰ ঘূৰোৱা নাই, কেতিয়াও মূৰৰ বিষ হোৱা নাই, তথাপি মুখৰ উজ্জ্বল কান্তি দেখিলে বিস্ময় মানিব লাগে। সাজ-পাৰো নিচেই সামান্য, গৰম কালি এখন ধুতি, এটা গেঞ্জি আৰু এটা হাফ চার্ট পিন্ধে। ঠাণ্ডাদিনত চার্টৰ ওপৰত এখন চাদৰ লয়।

কলেজ হোষ্টেলত থাকি দেবকুমাৰে পঢ়ে। কলেজ হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্টে তেওঁৰ চৰিত্রত সন্তুষ্ট হৈ তেওঁক মনিটৰ পাতে। কলেজ হোষ্টেলত তেওঁ এটা নিয়মীয়া জীৱন যাপন কৰে, সদায় ৰাতিপুৱা ৪ বজাত উঠি শৌচাচাৰ কৰে, আধাঘণ্টামান ব্যায়াম কৰি অলপ সময় ফুৰিবলৈ যায়। ফুৰি আহি গা ধোৱে। তাৰ পিচত ৰাতিপুৱা ৯টা পর্য্যন্ত অধ্যয়ন কৰে। কলেজ ছুটি হোৱাৰ পিচত দেবকুমাৰে সমনীয়া সকলৰ লগত খেল ধেমালি কৰি ফুৰিবলৈ যায় আৰু হোষ্টেলৰ সময়মতে হোষ্টেলত উপস্থিত হয়। এনেকুৱা নিয়মানুবর্ত্তিতাৰ আৰু মিতাচাৰৰ ফলত দেবকুমাৰৰ শৰীৰত কোনো ৰোগ ঘুণে দেখা

দিয়া নাই। হোষ্টেলৰ ডাক্তৰ আহি এদিনো দেবকুমাৰৰ স্বাস্থ্য পৰীক্ষা কৰিবলগীয়া হোৱা নাই।

দেবকুমাৰ কিতাপৰ পোক নহয়। আগতে কোৱা হৈছে তেওঁ মাথোন ৰাতিপুৱা ৯টা বজালৈ পঢ়ে আৰু ৰাতি ৭ টাৰ পৰা ৯ টা বজালৈ পঢ়ে। পৰীক্ষা ওচৰ চাপিলে হোষ্টেলৰ কিছুমান ছাত্ৰই ৰাতি ১২ বজালৈ, ১টা বজালৈ আনকি দুই তিনি বজালৈ পঢ়ে। বি, এ, লৈকে দেবকুমাৰে ইমানবোৰ পৰীক্ষা দিলে; কিন্তু কোনো পৰীক্ষাতে তেওঁ ৰাতি ভাত খাই উঠি পঢ়া নাছিল। কিন্তু আচৰিত কোনো পৰীক্ষাতে তেওঁৰ বেয়া ফল হোৱা নাছিল; প্ৰথম বা দ্বিতীয় স্থানৰ ভিতৰত সদায় থাছিল।

এতিয়া ঘৰত কাম বন একোকে নোহোৱাত মনত বৰ বেয়া লাগিছে। কি কৰি সময় কটায়? দেখিলে মাকৰ জুপুৰী পঁজা ঘৰটোৰ চাৰিওফালে জঙ্ঘলে ভৰি আছে। তেওঁ ভাবিলে বি, এ, পৰীক্ষাৰ খবৰ নোলোৱা পৰ্য্যন্ত তেওঁ সেইবোৰ পৰিষ্কাৰ কৰি এখন বাগিচা কৰিব। ইয়াকে ভাবি তেওঁ ৰাতিপুৱা আৰু গধূলি দা কুঠাৰ লৈ বাগিচাৰ কাম কৰিবলৈ ধৰিলে। কিন্তু মাজে সময়ে অভাবৰ ভাব আহি মনত দুখ আনে। কাম কৰি থাকোঁতে মায়েকে আহি কয়—বোপা, আজি দালি নিমখ আদি একোৱেই নাই, কিহেৰে ভাত খোৱা। কলিকতাত থাকোঁতে টিউচন আদি পাইছিল, তাৰেই কোনোমতে দুয়োজনে পোহ গৈছিল। মাকৰ কথা শুনি দেবকুমাৰে কলে, বাৰু আই,

মই এতিয়াই দোকানলৈ গৈ দালি, নিমখ আনি দিম। দেবৰ হাতত মাথোন ৫ টকা আছে, এই ৫ টকাৰে তেওঁ কেনেকৈ চলে। তেওঁ লৰালৰিকৈ দোকানলৈ গ'ল আৰু দোকানৰ পৰা একসেৰ দালি আৰু একসেৰ নিমখ কিনি আনি মায়েকক দিলে।

## দুই

দুপৰীয়া দেবই ভাত-পানী খাই উঠি অলপ জিৰাইছে। মন সিমান প্ৰফুল্ল নহয়, দ্ৰাৰিদ্যৰ চিন্তাই তেওঁক বিশেষ ভাবে আকুল কৰিছে, আজি গধূলি তেওঁ বাগিচাৰ কাম এৰি ফুৰিবলৈ গ'ল। তেওঁৰ ঘৰৰপৰা প্ৰায় এমাইলমান দূৰত তেওঁৰ বন্ধু নৰেণ দাসৰ ঘৰ। দেবই নৰেণৰ ঘৰলৈ ফুৰিবলৈ ওলাল। নৰেণেও এইবাৰ বি, এ, পৰীক্ষা দি আহিছে। নৰেণৰ অৱস্থা ভাল, দেউতাক মৌজাদাৰ, নাম ৰঘুৰাম দাস। নৰেণৰ বুদ্ধি কিন্তু সিমান প্ৰখৰ নহয়। দেবই নৰেণক পঢ়াত বহুত সহায় কৰে, দেবই নৰেণক নোট আদি লিখি দিয়ে।

প্ৰায় গধূলি ৭টা মান বজাত দেব নৰেণৰ ঘৰত উপস্থিত হ'ল। বহুত দিনৰ মূৰত তেওঁৰ অন্তৰঙ্গ বন্ধুক লগ পাই খুব আগ্ৰহেৰে বহিবলৈ দিলে আৰু চাহ জলপান খুৱালে। দুয়োজনে কথা-বতৰা হোৱাৰ পিচত নৰেণক দেবই কলে—

"বন্ধু, ঘৰলৈ আহি বৰ বিপদত পৰিলোঁ, কলিকতাত থাকি টিউচন আদি কৰি কিছু টকা উপাৰ্জ্জন কৰিব পাৰিছিলোঁ। এতিয়া দেখোন ইয়াত চলাতেই কষ্ট পাইছোঁ। যদি পাৰা মোক তেন্তে কুৰিটামান টকা দিয়া।" নৰেণে কলে—"বাৰু বন্ধু! তোমাক মই কুৰিটা টকা এতিয়াই দিম; কিন্তু তুমি যদি ইচ্ছা কৰা তেন্তে মই তোমাক এটা টিউচন ঠিক কৰি দিব পাৰোঁ।" দেবকুমাৰে কলে—"কাৰ টিউচন।" নৰেণে কবলৈ ধৰিলে—"বন্ধু! তুমি জানা মোৰ দেউতা, কমলাকান্ত জমিদাৰৰ বন্ধু; আজি তেখেত আমাৰ ঘৰলৈ আহিছিল। তেখেতৰ এজনী মাথোন ছোৱালী, দশমমান শ্ৰেণীত পঢ়ে; তেওঁৰ কাৰণে এজন শিক্ষক বিচাৰিছে; আমাৰ দেউতাক এজন ভাল শিক্ষক বিচাৰি দিবলৈ কৈছে। দেউতায়ো মোক বিচাৰিব কৈছে। মই কিন্তু তোমাৰ কথাই ভাবি আছিলোঁ। ভালেই হ'ল, তুমিয়েই আহিলা, কালিলৈ ময়ে এবাৰ তোমাৰ ঘৰলৈ যাওঁ বুলি ভাবিছিলোঁ। তুমি এতিয়া সন্মত আছানে নাই কোৱা। মই এতিয়াই দেউতাৰ আগত কথাটো কম।" দেবই কলে—"বন্ধু, মইতো শিক্ষক এতিয়াও হোৱা নাই; মই এজন কলেজৰ ল'ৰাহে।" নৰেণে কলে—"মই সেইটো ভালকৈ জানোঁ। মই ভালকৈ জানোঁ তুমি কলিকতাত থাকোঁতে টিউচন কৰিছিলা।" দেবই কলে—"মোৰ কিন্তু আপত্তি নাই; কিন্তু অভিভাবকে আপত্তি কৰিব পাৰে। এজনী যুবতী কন্যাক পঢ়াবলৈ এজন কলেজৰ ছাত্ৰ

নিযুক্ত কৰিবনে?” নৰেণে কলে--“বন্ধু তুমি কিয় এনে দুৰ্ব্বলতা আনিছা। তুমি নিজে উপলব্ধি কৰা নাই; তোমাক কিন্তু ইয়াত সকলোৱে জানে, তোমাৰ স্বভাৱ চৰিত্ৰৰ কথা সকলোৱে ভালকৈ জানে। মোৰ পিতায়ো তোমাৰ গুণৰ কথা কয় আৰু প্ৰশংসা কৰে। দেবকুমাৰে কলে—যদি পাৰা তেন্তে ঠিক কৰি দিয়া।”

নৰেণে ঠিক কৰি দিব বুলি কলে আৰু কুৰিটা টকা দি বিদায় দিলে।

## তিনি

কমলাকান্ত এজন সম্ভ্ৰান্ত জমিদাৰ। আগৰ গৌৰৱ মৰ্য্যদা তেওঁৰ সকলো সম্পূৰ্ণ ৰকমে আছে। আদবয়সীয়া, নিজৰ জমিদাৰীৰ ওপৰতে প্ৰভুত্ব কৰি আছে। কমলা ডাঙৰীয়াই কোনো স্কুল কলেজ দেখা নেপালে। নিচেই কম বয়সতে দেউতাকে ঘৰুৱা শিক্ষক ৰাখি বৰ্ণবোধ কৰাইছিল। কমলা-কান্তৰ সৌভাগ্যৰ গুণেই হওক, বা দুৰ্ভাগ্যৰ গুণেই হওক নিচেই কম বয়সতে পিতৃ ঢুকায়। গতিকে কম বয়সতে জমিদাৰীৰ ভাৰ পৰে, লিখা পঢ়াৰ বিষয়ে বাদ দিলে। প্ৰজাবিলাকে দেউতা, প্ৰভু, ঈশ্বৰ, সৰ্ব্বজ্ঞ, সৰ্ব্বজ্ঞানী ইত্যাদি বিশেষণেৰে ডেকা কমলাকান্তক তোষামোদ কৰিবলৈ ধৰিলে।

এইদৰে তোষামোদৰ ওপৰত থাকি আমাৰ কমলাকান্ত ডাঙৰীয়া আদবয়সীয়া হ'ল। সভাসমিতিতো আমাৰ কমলাকান্তই সভাপতিত্ব কৰে। গহীন মূৰ্ত্তি, খুব সংযত ভাবে সভাসমিতিত কথা কয়। কমলাকান্ত বাগ্মী নহয়, কিন্তু সভা বেচ পৰিপাটিকৈ চলাব পাৰে, কাৰণ সভাপতিৰ অভিভাষণ কেতিয়াও পাঠ নকৰে। সভাপতিৰ মন্তব্যত থিয় হৈ সকলো মিটিঙতে মাথোন দু আষাৰ কথা কৈ বহে—মোৰ বিশেষ কবলগীয়া একো নাই, আগৰ বক্তা সকলেই কবলগীয়া কথা কৈছে; মিটিং ইয়াতেই শেষ হ'ল। এই কেই আষাৰ কথা কৈয়েই কমলাকান্তই নিজৰ গৌৰৱ আৰু ভেম ৰক্ষা কৰি আছে।

কমলাকান্তৰ ঘৈণীয়েক দুৰ্গাৱতী এজনী লক্ষ্মী তিৰোতা। তেওঁৰ ভেম অহঙ্কাৰ একো নাই। তেওঁৰ স্বামীৰ গুণৰ তেওঁ একেবাৰেই বিপৰীত। কমলাকান্তৰ ইমান ভেম আৰু অহঙ্কাৰ যে তেওঁৰ সহধৰ্ম্মিণীৰ সৰলতা আৰু দয়া গুণ নেথাকিলে কমলাকান্তৰ পক্ষে জমিদাৰী চলোৱা বৰ কঠিন হৈ পৰিলহেঁতেন। ইও ভগৱানৰ সুবিচাৰ। কঠিনতাৰ লগত কোমলতাৰ সৃষ্টি কৰিছে। যদি কঠিনতাৰ লগত আকৌ কঠিনতা দিলেহেঁতেন তেনেহলে কমলাকান্তই মান সম্ভ্ৰম ৰক্ষা কৰা কঠিন হলহেঁতেন।

দুৰ্গাৱতীৰ কাৰণে কমলাকান্তৰ ঘৰ শান্তিৰ আলয় বুলি কব পাৰি। ঘৰত কোনো হাই উৰুমি, গণ্ডগোল একোৱে নাই। জমিদাৰৰ ঘৰত দাস-দাসী অসংখ্য, সিহঁতৰ ভিতৰত কোনো হাই-কাঁজিয়া নাই, প্ৰত্যেকেই শৃঙ্খলাবদ্ধ হৈ কাম

কৰে। দুৰ্গাৱতীৰ নৈতিক প্ৰভাৱৰ কাৰণেই দাস-দাসীৰ মাজত কোনো গণ্ডগোল নাই।

বৈবাহিক জীৱন বহুত দিন কমলাকান্ত আৰু দুৰ্গাৱতীয়ে ভোগ কৰিলে; কিন্তু তেওঁলোকৰ কোনো সতি-সন্ততি নাই। এই কাৰণে কমলাকান্ত আৰু দুৰ্গাৱতীৰ মনত কোনো শান্তি নাছিল। বহুত জ্যোতিৰ্ব্বিদ পণ্ডিতক মাতি কমলাকান্তই তেওঁৰ নিজৰ আৰু স্ত্ৰীৰ জন্ম-পত্ৰিকা দেখুৱাইছিল। পণ্ডিত-সকলে সুতস্থানত কু-গ্ৰহৰ দৃষ্টি থকাৰ কাৰণে সন্ততি নোহোৱা বুলি কৈছিল। সন্তান লাভৰ কাৰণে কমলাকান্ত আৰু দুৰ্গা-ৱতীয়ে বহুত ধৰ্ম্ম কাৰ্য্য কৰিলে, বহুত ব্ৰাহ্মণক নিমন্ত্ৰণ কৰি ব্ৰাহ্মণ ভোজন কৰালে, কোনো পূজা দুৰ্গাৱতীয়ে বাদ নিদিলে। দুয়োজনে নানান তীৰ্থস্থান পৰ্য্যটন কৰিলে, অসমৰ পূব চুকত থকা পশু´ৰাম কুণ্ড দৰ্শন কৰিলে, দ্বাৰকাত সোমনাথৰ মূৰ্ত্তি দৰ্শন কৰিলে, দক্ষিণ ভাৰতত সেতুবন্ধ দৰ্শন কৰিলে, পুৰীত জগন্নাথৰ মূৰ্ত্তি দৰ্শন কৰিলে। প্ৰায় এবছৰ কাল ধৰ্ম্ম চৰ্চ্চা কৰি বৃন্দাবনত থাকিল। বৃন্দাবনত থাকোঁতে এজন সন্ন্যাসীৰ লগত দুৰ্গাৱতীৰ দেখা হয়। দুৰ্গাৱতীৰ ধৰ্ম্ম কাৰ্য্যত আৰু ভক্তি ভাৱত সন্তুষ্ট হৈ সন্ন্যাসীয়ে দুৰ্গাৱতীক এটা কবচ দিয়ে আৰু এবছৰ কাল সাবিত্ৰীব্ৰত কৰিবলৈ উপদেশ দিয়ে।

সন্ন্যাসীৰ কথামতে দুৰ্গাৱতী ঘৰলৈ আহি সাবিত্ৰীব্ৰত আৰম্ভ কৰে; আৰু এবছৰৰ পিচত দুৰ্গাৱতীয়ে গৰ্ভ ধাৰণ কৰে; শুভক্ষণত এটি কন্যা প্ৰসৱ কৰে। কন্যাটিৰ নাম ৰাখিলে বৃন্দা।

# চাৰি

মাক বাপেকৰ একেটি মাথোন ছোৱালী বৃন্দা, দুৰ্গাৱতীয়ে আৰু কমলাকান্তই ক'ত লব, ক'ত থব! বাপেক মাকৰ অতি আদৰত বৃন্দাই লহপহকৈ বাঢ়ি আহিবলৈ ধৰিলে। লাহে লাহে বৃন্দা পাঁচ বছৰত সোমাল। শুভক্ষণত বিদ্যাৰম্ভ কৰাই বৃন্দাক পঢ়াবলৈ এজন ঘৰুৱা শিক্ষক ৰাখিলে। গাৱঁৰ স্কুলত পঢ়ি বৃন্দাই এম, ই, পাছ কৰিলে। এইবাৰ বৃন্দাই মেট্ৰিক পৰীক্ষা দিব, তেওঁ এইবাৰ ভাল ফল বিচাৰিছে, বিশ্ববিদ্যালয়ত উচ্চ স্থান ল্যাভ কৰিবলৈ ইচ্ছা কৰিছে। ভালকৈ পঢ়াবলৈ এজন গ্ৰেজুৱেট শিক্ষক বিচাৰিছে। সিদিনা নৰেণৰ ঘৰলৈ যাওঁতে কথা প্ৰসঙ্গতে কমলাকান্তই নৰেণৰ বাপেকৰ আগত এজন ঘৰুৱা শিক্ষক বিচাৰি দিবলৈ কৈছিল। নৰেণৰ বাপেক ৰঘুৰাম দাসে দেবৰ কথা কৈছিল।

কমলাকান্তই দেবক নিজৰ ঘৰলৈ মাতি অনালে। দেবৰ লগত কথা বতৰা পাতি তেওঁ ভাল পালে। আই. এচ. চি পৰীক্ষাত প্ৰথম হৈ পাছ কৰাৰ কথা শুনি তেওঁ বৰ আনন্দ পালে। বি, এ, পৰীক্ষাৰ খবৰ ওলালে দেবই কি কৰিব বুলি সোধাত দেবই কলে—'মই এতিয়াও একো ঠিক কৰিব পৰা নাই। পৰীক্ষাৰ খবৰৰ ওপৰত সকলো নিৰ্ভৰ কৰিছে, যদি খবৰ ভাল হয়, তেন্তে এম. এ.ও পঢ়িব পাৰোঁ, ল' ও পঢ়িব পাৰোঁ। বৰ্ত্তমান কিন্তু আইৰ অৱস্থা

দেখিলে পঢ়িবৰ আৰু ইচ্ছা নাই ; চাকৰি আদি কৰি জীৱিকাৰ পথ উলিয়াবৰ হে ইচ্ছা হৈছে। আইৰ হাতে গলে যি আছিল সকলো মোৰ কাৰণে খৰচ কৰিছে। বৰ্ত্তমান এনেকুৱা ছুৰ্দ্দিনৰ দিনত সাধাৰণভাবে ছুবেলা ছুমুঠি ভাত মিলাবলৈ টান পাইছোঁ।

দেবৰ কথা শুনি কমলাকান্তই কলে,—'বাৰু দেব, তোমাৰ বি. এ. পৰীক্ষাৰ খবৰ নোলোৱা পৰ্য্যন্ত তুমি মোৰ ছোৱালীজনীকে পঢ়োৱা। তাই এইবাৰ মেট্ৰিক পৰীক্ষা দিব। মোৰ ছোৱালীজনীয়ে অঙ্কৰ বাহিৰে আন সকলো বিষয়তে ৮০ৰ বেচি নম্বৰ পাইছে। অঙ্কত যিমান ভাল কৰিব লাগিছিল সিমান ভাল কৰিব পৰা নাই ; তথাপি ৭০ৰ বেচি নম্বৰ পাইছে। তোমাৰ বি. এ. ত কোন বিষয়ত অনাৰ্চ আছিল। দেবই উত্তৰত অঙ্ক বিষয়ত অনাৰ্চ থকা বুলি কলে। অঙ্ক বিষয়ত অনাৰ্চ থকা বুলি জানি কমলাকান্তই বৰ আনন্দ পালে—'বেচ ভালেই হৈছে, তুমি অঙ্কত নিশ্চয় বৃন্দাক ভাল কৰি দিব পাৰিবা, বাৰু কালিৰ পৰা তুমি পঢ়াবলৈ আহিবা, মই তোমাক মাহে ৩০\ টকাকৈ পুৰস্কাৰ দিম।' দেবকুমাৰ মান্তি হ'ল আৰু কাইলৈ আহিম বুলি কৈ বিদায় ললে।

কমলাকান্ত আৰু দেবৰ মাজত হোৱা কথা বতৰাৰ কথা কাষৰ খোঁটালীত বহি বৃন্দাই শুনি আছিল। বৃন্দাৰ মনত সদায় বিশ্ববিদ্যালয়ত উচ্চ স্থান পোৱাৰ ইচ্ছা, কিন্তু

মাজে সময়ে মনত দুৰ্ব্বলতা আছে, কাৰণ তাই অঙ্কত সিমান ভাল নহয়। বৃন্দাই সদায় পিতাকৰ আগত কৈ থাকে—দেউতা, আপুনি যেনে তেনে ভাল অঙ্ক জনা শিক্ষক মোক পঢ়াবলৈ ঠিক কৰি দিয়ক। দেবই যেতিয়া কমলাকান্তৰ আগত অঙ্কত অনার্চ থকা বুলি কলে, তেতিয়া বৃন্দাৰ মন আনন্দত নাচি উঠিল।

## পাঁচ

ৰাতিপুৱা সাত বাজিছে; বৃন্দাই পঢ়া খোঁটালীত দেবক অপেক্ষা কৰি আছে। এনে সময়ত দেব আহি ওলাল। বৃন্দাই নিজহাতে দেবক চাহ জলপান আনি দিলে। দেবই বৰ লাজ কৰি চাহ জলপান খালে। আগেয়ে কোৱা হৈছে দেব অঙ্কত বৰ চোকা। মেট্ৰিকত পূৰা নম্বৰ দেবই পাইছিল। মেট্ৰিকৰ পাঠ্যত থকা বীজগণিতত বা পাটীগণিতত এনে এটি অঙ্ক নাই যাক দেবই কৰিব নোৱাৰে। জ্যামিতিৰ এনে এটি অনুশীলনী নাই যাক দেবই কৰিব নোৱাৰে। দেবই বৃন্দাক এখন দৈনিক ৰুটিন কৰি দিলে—যেনে, সোমবাৰে পাটীগণিত, মঙ্গলবাৰে বীজগণিত, বুধবাৰে জ্যামিতি, বৃহস্পতিবাৰে পাটীগণিত, শুক্ৰবাৰে বীজগণিত, শনিবাৰে জ্যামিতি।

আজি প্ৰায় তিনিমাহমান দেবই বৃন্দাক পঢ়ালে। দেবই পঢ়োৱাৰ পৰা বৃন্দাৰ অঙ্কত বিশেষ হাপ বহিল আৰু আগেয়ে নোৱাৰা অঙ্কবোৰ অতি সহজে কৰিব পৰা হ'ল। কমলাকান্ত আৰু দুৰ্গাবতীয়ে দেবক বৰ স্নেহ কৰা হ'ল। প্ৰথম মাহত দেবক মাথোন ৩০৲ টকাকৈ দিছিল, দ্বিতীয় মাহৰ পৰা ৪০৲টকাকৈ দিব ধৰিলে। ইপিনে বি. এ. পৰীক্ষাৰ খবৰ ওলাল। দেবই অঙ্কৰ অনাৰ্চত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পালে। বাতৰি কাকতত বি, এ,ৰ খবৰ বাহিৰ হ'ল। বৃন্দাই বাতৰি কাকতত দেবৰ নাম পাই মায়েক আৰু দেউতাকক দেখুৱালে আৰু কলে—'দেউতা, তেখেত ইমান চোকা বুদ্ধিৰ, বিশ্ববিদ্যালয়ত প্ৰথম হৈ পাছ কৰিলে। অঙ্কবিলাক মোক যে কি সুন্দৰকৈ বুজাই দিয়ে। মোৰ কিন্তু দেউতা, এতিয়া ভয় হৈছে। তেখেতে কিজানি এতিয়া এম, এ, পঢ়িবলৈ যায়, মোক এতিয়া কোনে পঢ়াব ?" কমলাকান্তই কলে—"বাৰু আই. তুমি ভয় কৰিব নালাগে ; তোমাৰ কাৰণে মই আৰু ভাল শিক্ষক বিচাৰিম, অৱশ্যে দেবৰ নিচিনা ভাল শিক্ষক পোৱা কিজানি কঠিন হয়। আইটি তুমি ভালকৈ পঢ়া, তুমিও মেট্ৰিকত প্ৰথম হব লাগিব।" বৃন্দাই লাজতে তলমুৱা কৰিলে আৰু খবৰৰ কাগজখন লৈ নিজৰ পঢ়া খোঁটালীলৈ গ'ল।

বৃন্দাই পঢ়া খোঁটালীলৈ আহি বাৰে বাৰে খবৰৰ কাকতখন পঢ়িবলৈ ধৰিলে। দেবৰ নামটো আৰু ফটোখন

বাৰে বাৰে চাবলৈ ধৰিলে। ইপিনে বৃন্দাৰ সখী বাসন্তী আহি ওলাল। বৃন্দাক ঠাট্টা সুৰেৰে কলে—কি বৃন্দা, তোমাৰ মাষ্টৰৰ ফটো দেখোন চাই আছা। মাষ্টৰে মন মুহিলে নেকি? বৃন্দাই কলে—ছিঃ সখী, তুমি কি কোৱা। চোৱা, সখী আমাৰ মাষ্টৰে বিশ্ববিদ্যালয়ত প্ৰথম হৈ অঙ্ক বিষয়ত প্ৰথম শ্ৰেণীৰ অনাৰ্চ পাইছে। বাসন্তীয়ে চাবলৈ ধৰিলে। বৃন্দাই কবলৈ ধৰিলে—সঁচাকৈয়ে আমাৰ মাষ্টৰ এজন গুণী মানুহ। তেখেত যেনে গুণী তেনে ধীৰ আৰু শান্তও। ইমান কঠিন অঙ্কবোৰ মোক তেখেতে ইমান সহজ ভাবে বুজাই দিয়ে! মই দুই তিনিবাৰ নুবুজোঁ বুলি কলেও তেখেতৰ খং নুঠে; এটা মিচিকিয়া হাঁহি মাৰি বুজাই দিয়ে। বাসন্তীয়ে কলে, "সখী তুমি দেখোন একেবাৰে মাষ্টৰৰ হৃদয় কাঢ়ি লৈছা।" বৃন্দাই কলে,—"ছিঃ সখী, তোমাৰ ঠাট্টা মুঠেই নুগুচে।" বাসন্তীয়ে কলে—"পিচে সখী তোমাৰ মাষ্টৰে আৰু তোমাক পঢ়াবনে নপঢ়ায়? এম, এ, পঢ়িবলৈ যাব নেকি? বৃন্দাই কলে—"সখী, মই এতিয়া কব নোৱাৰোঁ। বোধকৰো তেখেতে পঢ়িবলৈ যাব।"

এনে সময়তে বৃন্দাৰ মাক আহি কলে—"আইকণ, আহা, জলপান খোৱাহি।" বাসন্তীক দেখি—"অ, বাসন্তীও দেখোন, আহা বাসন্তী, জলপান খোৱাহি।"

গধূলি হ'ল। বৃন্দাই তেওঁৰ পঢ়া খোঁটালীলৈ পঢ়িবলৈ গ'ল। বৃন্দাৰ কিন্তু আজি পঢ়াত মন বহা নাই। মনত

নানান ৰকম ভাবৰ ঢৌ উঠিছে। ইংৰাজীখন পঢ়িবলৈ মেলিলে, কিন্তু পঢ়াত মন নবহে, জপাই থলে। বুৰঞ্জীখন মেলিলে কিন্তু কোনোমতে মন নবহে। প্ৰায় ২০ মিনিটমান সময় এখন এখনকৈ কিতাপবোৰ ললে, কিন্তু কোনোখন কিতাপতে মন দিব নোৱাৰে। বৃন্দা খোঁটালীৰ পৰা গুচি গ'ল আৰু মাকক কলে—আই ভাত হৈছেনে নাই; মোৰ গাটো ভাল লগা নাই। ভাত খাই উঠি শুবৰ ইচ্ছা হৈছে। মাকে কলে—আই, ভাত হৈছে, খাই শুই থাকা।

## ছয়

ৰাতিপুৱা দেবই চাহ জলপান খাই বৃন্দাক পঢ়াবৰ নিমিত্তে ওলাইছে, এনে সময়ত নৰেণ আহি ওলাল। নৰেণে কলে—"কি হে দেব, প্ৰথম শ্ৰেণীৰ অনাৰ্চ পাই আমাক পাহৰিলা নেকি? তোমাৰ পৰীক্ষাৰ খবৰ মোক দেখোন এতিয়াও কোৱা নাই? কালি খবৰৰ কাকতত তোমাৰ নাম পাই ময়ে তোমাক অভিনন্দন জনাবলৈ আহিছোঁ।" দেবই কলে—"বন্ধু বেয়া নেপাবা, মই তোমাৰ তালৈ যাবৰে সময় পোৱা নাই, আজি আবেলি তোমালোকৰ ঘৰলৈ যাম বুলি ভাবিছিলোঁ।" নৰেণে কলে—"বন্ধু সময়নো ক'ত পাবা, বৃন্দাক পঢ়াই থাকা নহয়, পিচে এতিয়া কলৈ

যাবলৈ ওলাইছা, বৃন্দাক পঢ়াবৰ নিমিত্তে বোধকৰো। দেবই এৰা বুলি উত্তৰ দিলে। "কিন্তু আজি আৰু নেযাওঁ, বহা, চাহ এটুপিকে খাওঁ।" বাহিৰৰ খোঁটালীত নৰেণ আৰু দেবো বহিল।

এনে সময়তে দেবৰ মাক আহি ওলাল। নৰেণক দেখি মাকে কলে—"ৰাতিপুৱাই দেখোন নৰেণ বোপা আহিলা।" "দেবই প্ৰথম হৈ পাছ কৰিলে, মোক আহিব নিদিয়ে নে?" দেবই মাকক কলে—"আই, দুকাপ চাহ কৰি আনা, দুয়ো খাওঁ।" নৰেণে দেবক কলে—"বন্ধু এতিয়ানো কি কৰিবা? এম, এ, পঢ়িবলৈ যাবানে; নতুবা চাকৰি কৰিবা? দেবই উত্তৰ দিলে—"বন্ধু এম. এ. নো পঢ়িবলৈ যোৱা কেনেকৈ? আই একেবাৰে বুঢ়া হ'ল বৰ কষ্ট কৰি মোক ইমানদিন পঢ়ালে, এতিয়া যদি মই অলপ সুখ দিব নোৱাৰোঁ, তেন্তে বৰ বেয়া কথা নহয়নে?" নৰেণে কলে—কষ্টতো আৰু বেচি নাই, তুমিতো এম, এ, পঢ়িবলৈ নিশ্চয় পোষ্ট্ গ্ৰেজুৱেট বৃত্তি পাবা, বেচি আৰু খৰচ নেলাগে। বন্ধু, তুমি যদি বেয়া নোপোৱা, মই তেন্তে কথা এটি কওঁ,— কোনোবা ডাঙৰ মানুহৰ ছোৱালী বিয়া কৰোৱা, তেতিয়া এম, এ, পঢ়িবলৈও পাবা অৰু ডাঙৰ চাকৰিও পাবা।

দেবই কলে—ছিঃ বন্ধু, তুমিও তাকে কোৱানে? ডাঙৰ মানুহৰ ছোৱালী বিয়া নকৰাকৈ বি, এ, পঢ়িলোঁ; এতিয়া মই আৰু এম, এ, পঢ়িবলৈ ডাঙৰ মানুহৰ ছোৱালী বিয়া

নকৰাওঁ। পিচে তুমিনো কোন ডাঙ্গৰ মানুহৰ ছোৱালী বিয়া কৰাবলৈ কোৱা। নৰেণে কলে—"কমলাকান্ত জমিদাৰৰ ছোৱালী বৃন্দাক যদি তুমি বিয়া কৰাবলৈ পাৰা তেন্তে তোমাৰ একোৰে অভাব নেথাকিব। জমিদাৰৰ একমাত্ৰ ছোৱালী বৃন্দা। মই ভাবোঁ বৃন্দাই তোমাৰ নিচিনা এজন দৰা পালে নিজকে ধন্য মানিব।" দেবই কলে—"বন্ধু, মই এজনী দুখীয়া বিধবাৰ ল'ৰা। তেনেকুৱা ডাঙ্গৰ মানুহৰ ছোৱালী বিয়া কৰাবলৈ যোৱাটো বাওনা হৈ চন্দ্ৰ আনিবলৈ যোৱা। নৰেণে উত্তৰ দিলে—"আজিনো আকৌ ধনী দুখীয়াৰ ভিতৰত প্ৰভেদ আছেনে? তুমি যদি এম, এ, পাছ কৰি হাকিম, ডেপুটী কমিছনাৰ আদিৰ চাকৰি লব পাৰা তেন্তে তুমিতো এদিন ধনী আৰু ক্ষমতাশালী মানুহ হব পাৰিবা আৰু কমলাকান্ত জমিদাৰেও তোমাক খাতিৰ কৰিবলৈ বাধ্য হব পাৰে।"

দেবই কলে—"বন্ধু তুমি মোৰ ভবিষ্যতৰ সুখৰ কল্পনা ৰাজ্য এখন সৃষ্টি কৰিবলৈ ইচ্ছা কৰিছা। ভবিষ্যতক বিশ্বাস কৰিব নোৱাৰি। বৰ্ত্তমানটোহে চাব লাগে। তুমিনো আকৌ কেনেকৈ জানিলা যে জমিদাৰে তেওঁৰ ছোৱালী মোলৈ বিয়া দিব?" নৰেণে কলে যে তেওঁ অনুমানৰ পৰা বুজিছে। জমিদাৰে সদায় তেওঁৰ পিতাকৰ আগত তেওঁৰ গুণৰ কথা কয় আৰু মাজে সময়ে বৃন্দা তেওঁলোকৰ ঘৰলৈ আহি তেওঁৰ ভনীয়েক সবলাৰ আগত

তেওঁৰ গুণৰ কথা কয়। দেবই সুধিলে—"বৃন্দাই তোমাৰ কথা নকয়নে ?" নৰেণে এটা হুমুনিয়াহ কাঢ়ি—"ইঃ বন্ধু, মোৰ কথা কব নে ? মই জানো তোমাৰ নিচিনা গুণী ?"

এইদৰে কথা বতৰা পাতোঁতে প্ৰায় ১০টামান বাজিল। দেবই নৰেণক এই বুলি কৈ বিদায় দিলে—বন্ধু, এইবোৰ কথা আলাপ কৰি একো লাভ নাই। মই এসপ্তাহমানৰ মূৰত ছিলঙলৈ যাম আৰু ডিৰেক্টৰ চাহাবক দেখা কৰি যদি এটা বৃত্তি ঠিক কৰি লব পাৰোঁ, তেন্তে কলিকতালৈ গৈ টিউচন আদি কৰি কোনোমতে এম, এ, পঢ়িবলৈ পাঙিছোঁ।

## সাত

নৰেণৰ মনত শান্তি নাই। ঈৰ্ষা অগ্নিয়ে তুঁহ জুইৰ নিচিনা তেওঁৰ অন্তৰ দহিবলৈ ধৰিলে। তেওঁ নিজে নিজে অনুতাপ কৰিবলৈ ধৰিলে—কিয়নো তেওঁ দেবক বৃন্দাৰ প্ৰাইভেট শিক্ষক কৰি ঠিক কৰি দিছিল। নিজেইনো কেলেই পঢ়াবলৈ নগল। সিদিনা সৰলা আৰু বৃন্দাৰ ভিতৰত হোৱা কথা নৰেণে মনে মনে শুনি আছিল। বৃন্দাই সৰলাৰ আগত দেবৰ গুণাৱলী প্ৰশংসা কৰি আছিল—সঁচাকৈয়ে সৰলা, দেব, দেবকুমাৰ। তেওঁ কেনে ধীৰ, কেনে বুদ্ধিমান।

ইমান তুখীয়া হৈয়ো প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ বি, এ, পাছ কৰিলে। আৰু ভাই, কেনে সুন্দৰকৈ পঢ়ুৱায়! তুমিতো জানা, অঙ্কৰ প্ৰতি মোৰ সদায় এটা ডাঙৰ ভয় আছিল। তেওঁ শিকোৱাৰ পৰাই মোৰ আজি অঙ্কৰ প্ৰতি মুঠেই ভয় নোহোৱা হৈছে।" সৰলা কিন্তু বৃন্দাতকৈ টেঙৰী। বৃন্দাৰ মন পৰীক্ষা কৰিবৰ কাৰণে সৰলাই কলে—তুমি দেখোন দেবোৰ ৰূপৰ কথা নকলাই, কেৱল গুণৰ কথাহে কলা; তেওঁৰ ৰূপে তোমাক মুহিব নোৱাৰিলে নেকি? সৰলাৰ কথা শুনি বৃন্দাৰ মুখৰ বৰণ অলপ সলনি হ'ল আৰু লাজ ভাবেৰে কলে—এঃ সখী, তুমি যে কি কোৱা। চাতুৰী সৰলাই বৃন্দাৰ মনৰ ভাব বুজিলে। সৰলাৰ বুজিবলৈ বাকী নাথাকিল যে দেবই বৃন্দাৰ মন আকৰ্ষণ কৰিছে। ভায়েকৰ নিচিনা তাইৰো অন্তৰত ঈৰ্ষা তাপ আহিল। সৰলাৰো দেবৰ প্ৰতি এটি প্ৰণয়ৰ ভাব জাগি আছিল। এতিয়া তাই বঢ়িয়াকৈ বুজিলে যে দেবৰ প্ৰতি বৃন্দাৰো প্ৰণয়ৰ ভাব জাগিছে। তাই তুখ কৰিলে—কিয়নো তাইৰ ককায়েক নৰেণে দেবক বৃন্দাৰ প্ৰাইভেট্ শিক্ষক কৰি বন্দবস্ত কৰি দিছিল।

পাঠক, এতিয়া আপোনালোকে সৰলাৰ বিষয়ে জানিবলৈ ব্যাকুল হৈ পৰিছে। সৰলাৰ সম্বন্ধে অলপ কোৱা যাওক।

ৰঘুৰাম মৌজাদাৰৰ জীয়েক সৰলা। তাইৰ মাকৰ নাম ৰেণুকা। তাইৰ ককায়েক হ'ল নৰেণ। ককায়েকৰ বাহিৰে তাইৰ আৰু কোনো ভাই-ভনী নাই, গতিকে মাক-বাপেকৰ

অতি আদৰুৱা ছোৱালী। তাইও বৃন্দাৰ সৈতে দশমমান শ্ৰেণীত পঢ়ে, কিন্তু বৃন্দাৰ নিচিনা পঢ়াশুনাত ভাল নহয়। যৌৱনৰ প্ৰভাৱত অৱশ্যে দেখিবলৈ শুৱনী হৈছে, মিঠাবৰণীয়া, কিন্তু বৃন্দাৰ নিচিনা ৰূপৱতী নহয়। ৰঘুৰাম মৌজাদাৰ আৰু ৰেণুকাই সৰলাক দেবকুমাৰলৈ বিয়া দিবলৈ মনতে পাঙিছিল। আৰু কেতিয়াবা দুয়ো আলোচনাও কৰিছিল। মাক-বাপেকৰ এনেকুৱা আলোচনা সৰলাই নুশুনাকৈ থকা নাই। সৰলাইও দেবকুমাৰৰ ৰূপগুণত মুগ্ধ হৈছিল। ইপিনে দেবৰ বি, এ, পৰীক্ষাৰ সুখ্যাতিয়ে সৰলাৰ প্ৰণয়ত বেচি ইন্ধন যোগাইছিল। দেবৰ বি, এ, পৰীক্ষাৰ খবৰে তিনিটা প্ৰাণীৰ প্ৰাণত বেলেগ বেলেগ ভাবৰ ঢৌ আনিলে। বৃন্দাই ভাবিলে এতিয়া দেবই তেওঁক পঢ়াবলৈ নাহিব, এম, এ, পঢ়িবলৈ যাব, তেওঁক এতিয়া পাহৰি যাব। 'তেওঁক পাহৰি যাব' এই কথাটোৱে বৃন্দাক আকুল কৰি তুলিছিল। ইয়াৰ পৰা স্পষ্ট ভাবে বুজা যায় যে দেবৰ প্ৰতি প্ৰণয়ৰ ভাব এটা নিশ্চয় বৃন্দাৰ অন্তৰত ভুমুকি মাৰিছিল। যৌৱনত ভৰি দিয়াৰ লগে লগে সৰলাইও দেবক প্ৰণয়ৰ চকুৰে চাইছিল, কিন্তু বৃন্দাৰ লাজুকীয়া ভাব দেখি এটা সন্দেহৰ ভাবে সৰলাৰ প্ৰাণত ঠাই ললে। সৰলাই ভাবিলে আজি তিনিমাহ দেব বৃন্দাৰ ঘৰুৱা শিক্ষক হৈ আছে, নিশ্চয় বৃন্দাই দেবৰ মন আকৰ্ষণ কৰিব পাৰিছে; ইপিনে তাই বৃন্দাৰ নিচিনা ৰূপৱতী আৰু গুণৱতীও নহয়।

ইপিনে নৰেণেও ত্নখ কৰিছে কিয়নো বৃন্দাৰ লগত দেবৰ বিয়া হয়, কাৰণ নৰেণে বৃন্দাক বিয়া কৰাবলৈ ইচ্ছা কৰিছিল। সি নো কি কুক্ষণত দেবক বৃন্দাৰ ঘৰুৱা শিক্ষক কৰি দিছিল। সি আকৌ ভাবিলে, বৃন্দাৰ মাক-বাপেকেনো তাইক দেবৰ নিচিনা এজন ডালদৰিদ্ৰৰ ওচৰত বিয়া দিবনে? কমলাকান্তৰ নিচিনা এজন ধনী জমিদাৰে কেতিয়াও তেওঁৰ একমাত্ৰ জীয়েকক বিয়া নিদিয়ে। বৃন্দাৰ এইটো ক্ষণিক মনৰ কথা। এতিয়া দেব কলিকতালৈ গলে, বৃন্দাই দেবৰ সকলো কথা পাহৰি যাব। বাৰু দেব কলিকতালৈ যাওক, সি এতিয়া বৃন্দাহঁতৰ ঘৰলৈ ঘনাই অহা যোৱা নকৰিব।

## আঠ

ছিলঙৰ পৰা ডিৰেক্টৰ চাহাবক দেখা কৰি দেব ঘৰলৈ আহিল। এম, এ, পঢ়িবলৈ ডিৰেক্টৰ চাহাবে তেওঁক ৫০৲ টকাৰ এটা বৃত্তি মঞ্জুৰ কৰি দিবলৈ প্ৰতিশ্ৰুতি দিলে। ত্নই এদিনৰ ভিতৰতে দেব এতিয়া কলিকতালৈ যাব। কলিকতালৈ যোৱাৰ আগতে দেবই কমলাকান্তৰ ঘৰত দেখা দি আহিবলৈ ঠিক কৰিলে। ৰাতিপুৱা ৮টা মান বজাত দেব জমিদাৰৰ ঘৰলৈ গল। বৃন্দাৰ পঢ়া খোঁটালীলৈ সোমাই গল,

বৃন্দাই কিবাকিবি পঢ়ি আছিল। তৎক্ষণাত বৃন্দা থিয় হ'ল আৰু কলে—"চাৰ, আপুনি দেখোন ভালেকেইদিন অহা নাই।" দেবই কলে—"মই ছিলঙলৈ গৈছিলোঁ, মোক আৰু তুমি চাৰ বুলি নামাতিবা। মই তোমাক আৰু পঢ়াবলৈ নোৱাৰিম। পৰহিলৈ কলিকতালৈ এম, এ, পঢ়িবলৈ যাম বুলি ভাবিছোঁ। তোমাৰ দেউতা আৰু মাতৃদেবীক মাত দিম বুলি আহিছোঁ। তেখেতসকল ঘৰত আছেনে? যদি আছে মোক দেখা কৰাই দিয়া।" বৃন্দাই কলে—বাৰু দিওঁ, চাহ জলপান খাওক; তেওঁলোক ইয়ালৈ আহিব। ইয়াকে কৈ বৃন্দা উঠি গ'ল।

কমলাকান্ত আৰু দুৰ্গাৰতী আহিল আৰু দুয়ো চকীত বহিল। ইপিনে বৃন্দাই নিজে চাহ জলপান আনি দেবক খাবলৈ দিলে। দেবই চাহ জলপান খালে। দুৰ্গাৰতীয়ে কলে– "বোপা তোমাৰ পৰীক্ষাৰ খবৰ শুনি বৰ ভাল পাইছোঁ। পিচে, এতিয়ানো তুমি কি কৰিবা? পঢ়িবানে নতুবা চাকৰি কৰিবা? দেবই কলে—"মই এম, এ, পঢ়িবলৈ যাম বুলি ভাবিছোঁ, অলপতে ছিলঙলৈ গৈছিলোঁ, ডিৰেক্টৰ চাহাবে এম, এ, পঢ়িবলৈ এটা ৫০্ টকাৰ বৃত্তিৰ মঞ্জুৰ কৰি দিব বুলি কৈছে।" দুৰ্গাৰতীয়ে কলে—"সেই টকাৰে কলিকতাত এম, এ, পঢ়িবলৈ পাৰিবানে?" দেবই কলে—"ইমানদিনে অভাব-অনাটনৰ মাজত পঢ়িয়ে আছোঁ, নোৱাৰিলে এটামান প্ৰাইভেট টিউচন যোগাৰ কৰি লম বুলি ভাবিছোঁ।" জমিদাৰে কলে—"অৱশ্যে পাৰিবা, পিচে

কেতিয়া যাবা।” দেবই কলে—“পৰহিলৈ যাম বুলি ভাবিছোঁ।” “বৰ ভাল কথা,” জমিদাৰে কলে; “আমি তোমাৰ উন্নতি কামনা কৰিছোঁ। তোমাৰ পঢ়োৱা প্ৰণালীত ছোৱালীজনীয়ে বৰ ভাল পাইছিল। তাইৰ অঙ্কৰ প্ৰতি এতিয়া বিশেষ মনযোগ আহিছে। এতিয়া তাইৰ কাৰণে এজন শিক্ষক পালে ভাল হলহেঁতেন। তুমি কোনোবা এজন ভাল শিক্ষক ঠিক কৰি দিব নোৱাৰানে?” দেবোই কলে—“আপুনি নৰেণ দাসক নিযুক্ত কৰিব পাৰে। তেওঁ এইবাৰ বি, এ, পাছ কৰিছে। নৰেণৰ নাম শুনি বৃন্দাই নাকটো কোঁচাই দিলে। কমলাকান্তই কলে—“সি অঙ্ক পঢ়াবলৈ পাঁৰিব জানো? অঙ্কৰ কাৰণে সি তুবাৰ মেট্ৰিক পাছ কৰিব নোৱাৰিলে। সি অৱশ্যে সাহিত্যত ভাল। তুমিনো জানিশুনি এইটো কি কথা কলা? সি এজন মৌজাদাৰৰ ল’ৰা, তাৰ ধনৰ অভাৱ নাই। সিতো তোমাৰ নিচিনা ডালদৰিদ্ৰ নহয় যে সি য’তে ত’তে প্ৰাইভেট্ টিউচন কৰি ফুৰিব?” জমিদাৰৰ ডালদৰিদ্ৰ কথাই দেবৰ মনত মৰ্ম্মান্তিক আঘাত দিলে, মুখখন ৰঙা হৈ পৰিল. একো উত্তৰ নিদি এটা দীঘল হুমুনিয়াহ কাঢ়ি মনৰ ত্বখ মনতে মাৰ নিয়ালে।

ত্বৰ্গাৱতীয়ে গিৰিয়েকৰ কথাত বৰ বেজাৰ পালে, জমিদাৰৰ মন অন্যমনস্ক কৰিবৰ কাৰণে কলে—“বোপা, যোৱা তুমি এম, এ, পঢ়িবলৈ যোৱা, তোমাৰ ভাল হব। সদায় তোমাৰ তুঃখ নহব।” ইপিনে বৃন্দাকো দেউতাকৰ “ডালদৰিদ্ৰ”

কথাটোৱে মনত বৰ আঘাত দিলে, চকুহুটা চলচলীয়া হ'ল, দেবকুমাৰক যে তেওঁলোকে বৰ ডাঙৰ অপমান কৰিছে এইটো অনুভৱ কৰিলে। বৃন্দাই আগত থাকিব নোৱাৰিলে। অন্য এটা খোঁটালীলৈ গৈ কান্দিলে।

দেবই জমিদাৰ আৰু জমিদাৰনীৰ পৰা বিদায় লৈ ওলাই আহিল। পদূলি মুখ পাওঁতে বৃন্দাই দেবক লগ ধৰি কলে—"চাৰ, আপুনি পিতাৰ কথাত খং নকৰিব, মোক মৰম চকুৰে চাব। প্ৰৱেশিকা পৰীক্ষাৰ পিচত ময়ো কিজানি কলিকতালৈ পঢ়িবলৈ যাওঁ। আপুনি কলিকতাৰ পৰা মোলৈ Matric Mathematics Question & Answers এখন পঠাই দিব। মই আপোনালৈ চিঠি দিম, আপোনাৰ ঠিকনাটো লিখি দিব।"

## ন

বৃন্দাইঁতৰ ঘৰৰ পৰা আহি দেবই গা ধুই ভাত পানী খালে। আজি কিন্তু দেবৰ মনটো বৰ গধূৰ, সদায় মিচিকিয়া হাঁহি বিৰিঙি থকা ওঁঠ দুটা ম্লান হৈ পৰিছে। জমিদাৰৰ ডাল্দৰিদ্ৰ বোলা কথাটি সদায় অন্তৰত জাগি আছে। উঃ জমিদাৰৰ কি অভিমান, কি গৰ্ব্ব ইত্যাদি ভাবি মন মাৰি বিছনাত পৰি আছে। লগে লগে হুমুনিয়াহ কাঢ়ি ভাবে,

বৃন্দা কেনে সৰল, কেনে মৰমিয়াল, যেন এখনি দেবীমূৰ্ত্তিহে। তাইৰ মনত কোনো কপটতা নাই, পদুম ফুলৰ নিচিনা তাইৰ অন্তৰখন নিৰ্ম্মল আৰু পবিত্ৰ। এনে নিষ্ঠুৰ বাপেকৰ এনে সৰল ছোৱালী থকাটো বৰ আচৰিত যেন লাগে। অ, এইটো আচৰিত নহয়, বৃন্দাৰ মাকৰ কাৰণেহে তাই বৰ সৰল হৈছে। এইবোৰ কথা ভাবি থাকোঁতে প্ৰায় ৩টা মান বাজিল, এনেতে নৰেণ আহি উপস্থিত হ'ল।

নৰেণে কলে—কিহে দেব, তুমি দেখোন এতিয়াও বিছনাতে পৰি আছা; মনটো দেখোন মাৰি আছা। কোনোবা জনীৰ বিৰহত পৰিছা নেকি? দেবই কলে—তোমাৰ যে কথা, পিচে মই গধূলি তোমালোকৰ ঘৰলৈ যাওঁ বুলিছিলোঁ। তুমি যে আহিলা, ভালেই হ'ল, চাহ খোৱা। অ, আই, একাপ চাহ আনা। তোমাৰ লগত তোমালোকৰ ঘৰলৈ যাওঁ বলা। তোমাৰ দেউতাৰে মোক ২৮০৲ টকা ধাৰলৈ দিব লাগিব, মোৰ ঘৰৰ সম্মুখত থকা মাটি বিঘাই বন্ধকত থম। নৰেণে কলে—"বাৰু সেইটো তুমি পিতাৰ সৈতে ঠিক কৰিবা। পিচে, বৃন্দাহঁতৰ ঘৰলৈ গৈছিলানে নাই?" দেবই কলে, "অ আজি ৰাতিপুৱা গৈছিলোঁ।" নৰেণে মুখখন অলপ ক'লা কৰি ক'লে—"বৃন্দাৰ বাপেকৰ আগত টকাৰ কথা নকলা কেলেই? দেবই এটা দীঘল হুমুনিয়াহ কাঢ়ি কলে—"ভাই নৰেণ, মই এজন ডালদৰিদ্ৰ হৈ জমিদাৰৰ পৰা টকা ধাৰ নকৰোঁ, তোমাৰ

দেউতাৰৰ পৰাহে টকা ধাৰ কৰিম।” দেবই নৰেণক সুধিলে —“ভাই তুমি আৰু নপঢ়ানেকি?” নৰেণে কলে—“মই আৰু নপঢ়োঁ, দেউতা অকলশৰীয়া মানুহ, মৌজাখন মই হেনো চলাব লাগে, ভাই, সঁচা কথা কৈছোঁ—মোৰ আৰু পঢ়িবৰ ইচ্ছা নাই. তোমালোকেই পঢ়া, তোমালোকে চাকৰি কৰি খাব লাগিব। মোৰতো চাকৰিৰ ইচ্ছা নাই, যিখিনি পিতাৰ সম্পত্তি আছে সেইখিনি চলাই থাকিব পাৰিলেই ভাল।

দেবই কলে—‘অৱশ্যে সেইটো সঁচা’। এনে সময়তে দেবৰ মাকে’ দুয়োকো দুকাপ চাহ আনি খাবলৈ দিলে। দুয়ো চাহ খাই উঠি নৰেণৰ ঘৰৰ পিনে খোজ ললে। গধূলি সময়, বসন্তকাল, সৰলাই পদূলি মুখৰ আগৰ বাগিচাত ফুৰি আছে। হঠাৎ দেবক অহা দেখি সৰলা ভিতৰলৈ সোমাই গ’ল আৰু ড্ৰইং ৰুমৰ দুৱাৰখন খুলি দেবক বহিবলৈ দি, কলে —“পিচে আপুনি আমাক কেতিয়া মিঠাই খুৱায়?” দেবই কলে—“মিঠাই খাব পাৰিবা, দেউতাৰ আছেনে?” সৰলাই কলে—হয় আছে, দেবই কলে মই এতিয়া তেখেতক দেখা কৰিবলৈ খোজোঁ।

সৰলা ভিতৰলৈ গ’ল। সৰলাৰ দেউতাক ৰঘুৰাম ড্ৰইং ৰুমলৈ আহিল, ইপিনে সৰলাইও চাহ জলপান লৈ উপস্থিত হ’ল। দেবই থিয় হৈ মৌজাদাৰক নমস্কাৰ জনালে। মৌজাদাৰে কলে—‘তুমি নো দেব, এতিয়া কিয় আহিলা।’

দেবই কলে—“মই এম, এ, পঢ়িবলৈ কলিকতালৈ যাবলৈ ইচ্ছা কৰিছোঁ। ডিৰেক্টৰ চাহাবেও ৫০৲ টকাৰ বৃত্তি এটা মঞ্জুৰ কৰি দিব বুলিও কৈছে। এনে সময়ত আপুনি মোক অলপ সহায় কৰিলে ভাল হলহেঁতেন। মোৰ হাতত মুঠেই টকা নাই, আইৰ খৰচৰ কাৰণেও কিছু টকা দিব লাগে। গতিকে আপুনি মোক ২০০৲ শ টকা দি সহায় কৰিব লাগে। ইয়াৰ কাৰণে মোৰ পদূলি মুখত থকা মাটি এতিয়া আপোনাৰ নামত বন্ধকত থৈ দিম। মৌজাদাৰে এটি সন্তোষৰ ভাব প্ৰকাশ কৰি কলে—'বাৰু তুমি মাটি বন্ধক দিব নালাগে। টকাৰ কথাটো মই বিবেচনা কৰি চাম। কাইলৈ মই তোমাৰ মায়েৰাৰ ওচৰলৈ যাম আৰু এই বিষয়ে কথা হম। তুমি এতিয়া যোৱা, চাহ খালানে? অ, সৰলা মাই, দেবক এখন তামোল দিয়া।” দেবো আৰু দেউতাকৰ ভিতৰত হোৱা কথা সৰলাই আঁৰৰ পৰা শুনি আছিল। দেউতাকৰ কথা মতে সৰলাই দেবৰ হাতত তামোলখন দিলে। দেবই মৌজাদাৰক নমস্কাৰ কৰি গুচি গ'ল।

ৰাতি প্ৰায় ১১টা মান বাজিছে, ঘৰৰ সকলো টোপনিত মগন, সৰলাও টোপনি গৈছে, কেৱল মৌজাদাৰ আৰু মৌজাদাৰনীৰ টোপনি অহা নাই। মৌজাদাৰে ঘৈণীয়েকক ক'লে—'লাহে লাহে সৰলাজনী ডাঙৰ দীঘল হ'ল। তাইৰ বিয়াখন পাতিব পাৰিলে ভাল হয়। নৰেণেও এইবাৰ বি, এ, পাছ কৰিলে। এটি ল'ৰা, সি নো দেশে, বিদেশে ক'ত চাকৰি

কৰি ফুৰিব। বাহিৰত চাকৰি কৰিলে সুখো নাথাকে। তাৰ মূৰ্খদোষ গুচিছে, বৰ্ত্তমান সি মৌজাখন চলাই থাকক। তাৰ বিয়াখন পাতিব লাগে। তুমি কমলাকান্ত জমিদাৰৰ বৃন্দা নামৰ ছোৱালীজনী দেখিছা নহয়? ৰেণুকাই কলে—"অ দেখিছোঁ আমাৰ সৰলাৰ দেখোন অন্তৰঙ্গ বন্ধু, বৰ দীপলিপ ছোৱালী, যেনে ৰূপৱতী তেনে গুণৱতীও। তাই আমাৰ বাপাৰ বেচ যোগ্য হব। পিচে, জমিদাৰে আমাৰ বাপালৈ দিব জানো?" মৌজাদাৰে কলে—'জমিদাৰৰ একান্ত ইচ্ছা আছে, যোৱা বেলি তেওঁ নিজেই মোৰ আগত প্ৰস্তাৱ কৰিছিল। নৰেণে বি, এ, পাছ নকৰালৈকে বিয়া হব নোৱাৰে বুলি মই কৈছিলোঁ। এতিয়া সি বি, এ, পাছ কৰিলে। এতিয়া মই মত দিয়াতো উচিত বুলি ভাবোঁ। জমিদাৰৰ একমাত্ৰ ছোৱালী বৃন্দা, জমিদাৰৰ অবিহনে মোৰ ল'ৰাই জমিদাৰৰ বিপুল সম্পত্তিৰ অধিকাৰী হব পাৰিব। সৰলাক বিয়া দি উলিয়াই দিলে, ঘৰখন একেবাৰে উদং হৈ পৰিব। গতিকে সৰলাক বিয়া দিয়াৰ লগতে যদি নৰেণৰ বিয়াখন পাতিব পাৰো তেন্তে উত্তম হয়।"

"পিচে আপুনি সৰলাৰ কাৰণে কৰবাত দৰা ঠিক কৰিছে নেকি?" মৌজাদাৰে কলে—'হওঁতে ক'তো ঠিক কৰা নাই। মই কিন্তু মনে মনে দেবকেই ভাবিছোঁ, যদি ভগবানে ঘটায়। বৰ গুণী ল'ৰা, অকল গুণীও নহয়, স্বভাৱ চৰিত্ৰও বৰ ভাল, বৰ অমায়িক লৰা, দেখিলেই বৰ মৰম লাগে। আমাৰ সৰলাৰ বেচ যোগ্য হয়। পিচে বৰ দুখীয়া, শামুকৰ পেটত কিন্তু

মুকুতা জন্মিছে। সিদিনা বাতৰি কাকতত তাৰ ফটোটো দেখিছা নহয়? বি, এ, পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম অনার্চ পাই পাছ কৰিছে।

"বৰ বঢ়িয়া ল'ৰা", ৰেণুকাই কলে। "ভগবানে ঘটালে সিহঁতৰ সুন্দৰ যোৰ হলহেঁতেন। আজি দেখোন ল'ৰাটো আহিছিল। সিনো আপোনাৰ লগত কি কথা বতৰা পাতিলে।" মৌজাদাৰে কলে—"সি কলিকতালৈ এম, এ, পঢ়িবলৈ যাব। গবৰ্ণমেণ্টে তাৰ কাৰণে ৫০৲ টকাৰ এটা বৃত্তি মঞ্জুৰ কৰিছে। বৰ্ত্তমান কিন্তু তাৰ হাতত টকা মুঠেই নাই। সি দুশ টকা মোৰ পৰা ধাৰ কৰিবলৈ বিচাৰিছে, টকাৰ সুতৰ পৰিবৰ্ত্তে মোৰ ওচৰত সি এবিঘা মাটি বন্ধক দিবলৈ খুজিছে। ৰেণুকাই ক'লে—'আয়ৈ দেহি বৰ দুখ লাগে। আপুনিনো কি কলে।" মৌজাদাৰে কলে—'মই তাৰ মাকৰ লগত কথা-বতৰা হৈ কিবা এটা কৰিম বুলি কৈছোঁ। ৰেণুকাই সুধিলে তেওঁৰনো কি মতলব? মৌজাদাৰে কলে যে তেওঁ মাটি বন্ধক লৈ টকা কেতিয়াও নিদিয়ে। যদি দেবৰ মাকে তেওঁলোকৰ সৰলাক তালৈ বিয়া কৰাব বুলি প্ৰস্তাৱ দিয়ে তেন্তে তেওঁ তাক দুশ টকা দিব আৰু মাহে ৫০৲ টকাকৈ সহায় কৰিব বুলিও কব। "বেচ কথা". ৰেণুকাই কলে, "আপুনি কাইলৈ সিহঁতৰ ঘৰলৈ যাওক আৰু দেবৰ মাকৰ লগত এই বিষয়ে কথা-বতৰা পাতিব।

## দহ

"আলচা কাম নহয় সিদ্ধি, বাটত আছে কণা বিধি"। ৰাতিপুৱা শুই উঠি মৌজাদাৰ বাহিৰলৈ আহোঁতে হঠাৎ পিৰালিৰ পৰা পৰি ভৰিখনত বৰ দুখ পালে। ভৰিৰ অসুখত প্ৰায় এমাহমান বিছনাতে কটালে, দেবহঁতৰ ঘৰলৈ আৰু যোৱা নহল। দেবইও মৌজাদাৰ নহা দেখি নিজৰ গাৱঁৰে ৰঞ্জন সেখ নামৰ এজন ধনী মুছলমানৰ ওচৰত মাটি এবিঘা বন্ধক থৈ দ্বপ দুশ টকা আনিলে। দেবই এশ টকা মাকৰ হাতত ৰাখি বাকী এশ টকা লৈ কলিকতালৈ গ'ল। কলিকতা বিশ্ববিদ্যালয়ৰ এম, এ, শ্ৰেণীত নাম লগালে আৰু এটা মেছত থাকি পঢ়া-শুনা কৰিবলৈ ধৰিলে। গধূলি ৫টাৰ পৰা ৬টা পৰ্য্যন্ত এটা প্ৰাইভেট টিউচন কৰি ৩০৲ টকা লাভ কৰে আৰু গবৰ্ণমেণ্টৰ পৰা পঞ্চাশ টকাৰ এটা বৃত্তি লাভ কৰিলে। এই টকাৰ পৰা কুৰি টকা মাকলৈ পঠাই দিয়ে। বাকী টকাৰে ভালদৰে দেবই কলিকতাত চলিব পৰা হ'ল।

অঙ্কৰ অধ্যাপকে দেবৰ চৰিত্ৰ আৰু গুণত বৰ মুগ্ধ হ'ল আৰু দেবৰ দুখীয়া অৱস্থাত দুখী হৈ কলিকতাৰ এখন হাই-স্কুলত ৰাতিপুৱা দুই ঘণ্টাকৈ শিক্ষকতা কৰিবলৈ ঠিক কৰি দিলে। স্কুলত কাম কৰি দেবই এশ টকা পোৱা হল। এইদৰে কলিকতাৰ নিচিনা ঠাইত নিজৰ যোগ্যতা আৰু গুণৰ

দ্বাৰা সকলোকে মুগ্ধ কৰিলে। এতিয়া দেবই ভাল ৰকমে চলিব পৰা হল, মাকৰ কাৰণে পঞ্চাশ টকাকৈ পঠাব পৰা হ'ল আৰু মাকৰো অভাৱ অনাটন কিছু কমি আহিল।

এইদৰে কলিকতাত দেবই প্ৰায় পাচ ছমাহ কটালে। হঠাৎ এদিন তেওঁৰ বৃন্দাৰ কথা মনত পৰিল। বৃন্দাৰ সৰলতাৰে ভৰা মুখখন তেওঁৰ চকুৰ আগত ভাহি উঠিল আৰু নিজকে নিজে ভাবিবলৈ ধৰিলে—"মই কি অকৃতজ্ঞ। বৃন্দাই এখন Mathematics Question & Answers পঠাবলৈ কৈছিল, ইমান দিন হ'ল, এতিয়াও পঠোৱা নাই। বৃন্দাই মোক কি ভাবিব ? বাৰু, আজি গধূলি মই প্ৰেচিডেন্সি লাইব্ৰেৰীৰ পৰা এখন যেনে তেনেই আনি পঠাই দিম।" গধূলি দেবই লাইব্ৰেৰীলৈ গৈ Mathematics Questions & Answers কিনি আনিলে আৰু মেছৰ ঠিকনাৰে সৈতে এখন চিঠি লিখি বৃন্দালৈ পঠাই দিলে। চিঠিত মাথোন তলত লিখা কথা কেইটা লিখা আছিল।

মৰমৰ বৃন্দা,

বেজাৰ নেপাবা। মই কিতাপখনৰ কথা পাহৰি গৈছিলোঁ। হঠাৎ কালি মনত পৰিল, আজি পঠালোঁ। ইতি—

তোমাৰ মৰমৰ

দেব।

যথা সময়ত বৃন্দাই কিতাপখন পালে আৰু দেবৰ চিঠিখন পালে। বৃন্দাৰ আনন্দৰ সীমা নোহোৱা হ'ল। মাত্র দুশাৰীৰ চিঠি, সেইখন বৃন্দাই আধাঘণ্টামান পঢ়িলে। দেবৰ ঠিকনাটো পাই বৃন্দাৰ মন পুলকিত হৈ উঠিল, ইমান দিনে বৃন্দাই দেবৰ ঠিকনাটো পাবলৈ বৰ ব্যাকুল হৈ পৰিছিল, আজি চিঠিখন পাই হাততে স্বৰ্গ ঢুকি পোৱা যেন হ'ল। তৎক্ষণাৎ বৃন্দাই এখন চিঠি লিখিবলৈ ব্যাকুল হৈ পৰিল। কি বুলি দেবক সম্বোধন কৰিব এই বিষয় বৃন্দাই বৰ বিমোৰত পৰিল। ভাবিলে, মৰমৰ চাৰ বুলি লিখিম নেকি? মনত পৰিল দেবৰ কথা— মোক তুমি আৰু চাৰ বুলি নামাতিবা। প্ৰিয়তম বুলি লিখিম নেকি? চিঃ মনত কি যে ভাব আহে, তেওঁ বা মোক কি বুলি ভাবিব? নাই, এইবোৰ একো নিলিখোঁ। শ্ৰদ্ধেয় বুলি সম্বোধন কৰোঁ।

শ্ৰদ্ধেয়,

আপুনি পঠোৱা কিতাপখন যথাসময়ত পালোঁ। মোৰ হৃদয়ভৰা কৃতজ্ঞতা জনালোঁ। মাজে সময়ে আপোনাৰ কুশল লিখি মোলৈ চিঠি দিব। প্ৰবেশিকা পৰীক্ষাৰ পিচত ময়ো কলিকতাত আই, এ, পঢ়িম, তাত আপোনাৰ লগত মোৰ নিশ্চয় দেখা হব। ইতি—

আপোনাৰ মৰমৰ

বৃন্দা।

# এঘাৰ

দুমাহ কষ্ট ভুগি ৰঘু মৌজাদাৰ অলপ সুস্থিৰ হ'ল; কিন্তু আগৰ নিচিনা শৰীৰত বল শক্তি নাপালে। বেচি দিন যে জীয়াই থাকিব নোৱাৰিব এইটো অনুভব কৰিবলৈ ধৰিলে। পুতেক নৰেণ আৰু জীয়েক সৰলাৰ বিয়াখন পাতিবলৈ বৰ ব্যাকুল হৈ পৰিল। এদিন মৌজাদাৰ জমিদাৰৰ ঘৰলৈ গ'ল আৰু জমিদাৰ জমিদাৰনীৰ আগত নৰেৰণ লগত বৃন্দাৰ বিয়াৰ প্ৰস্তাৱ তুলিলে।

বৃন্দাৰ প্ৰবেশিকা পৰীক্ষা শেষ হৈ গৈছে। সখীয়েক ধাসন্তীৰ লগত দুয়ো কাপোৰত ফুল তুলি আছে। ড্ৰইং ৰুমৰ বাহিৰৰ বাৰান্দাত দুয়ো বহি আছে আৰু মাক বাপেকহঁতৰ ভিতৰত বিয়া সম্বন্ধে হোৱা কথা-বতৰাও শুনি আছে।

ৰঘুই জমিদাৰক কলে—'পিচে মোৰ ল'ৰাই বি, এ, পাছ কৰিলে, আপোনাৰ ছোৱালীও প্ৰবেশিকা পৰীক্ষা দিছে। বিয়াখন এই ফাগুন মাহতে পাতোঁ। পিৰালিৰ পৰা পৰিবৰ দিন ধৰি মোৰ শৰীৰ আৰু পৰি আহিছে; মই যে বেচি দিন জীয়াই থাকিম সেইটো আৰু আশা কৰিব নোৱাৰোঁ। ছোৱালীজনীৰ আৰু ল'ৰাটিৰ কিবা সঙ্গতি কৰি থৈ যাব পাৰিলে মনত শান্তি পালোহেঁতেন। জমিদাৰে কলে—ৰঘুদা, মোৰ কোনো আপত্তি নাই। আপোনাৰ ল'ৰাৰো উপযুক্ত বয়স হৈছে। আৰু মোৰ ছোৱালীৰো উপযুক্ত বয়স হৈছে।

বৃন্দাইও পৰীক্ষা দি উঠিছে। ছোৱালীয়েনো আৰু বেচিকৈ কিয় পঢ়িব লাগিছে, আপোনাৰ আৰু আমাৰ ছোৱালীনো ক'ত চাকৰি কৰি ফুৰিব? ৰঘুদা, আপুনি আজি কালিৰ কথা যিয়ে নকওক, মই কিন্তু ছোৱালীৰ উচ্চ শিক্ষাৰ পক্ষপাতী নহওঁ। আজি কালি কিছুমান ছোৱালী আই, এ, বি, এ, পাছ কৰি শিক্ষয়িত্ৰী আৰু অফিচৰ কেৰাণী হৈছে। পুৰুষ-সকলৰ মাজত কেৰাণীৰ কাম কৰা কথাটো মই মুঠেই পছন্দ নকৰোঁ। ছোৱালীবিলাকৰ লাজ নাইকিয়া হ'ল। "লজ্জৈব স্ত্ৰীনাং ভূষণম্" এই নীতি কথা সমূলি নোহোৱা হ'ল। আজি-কালি ছোৱালীবোৰ এন, চি, চি, তো যোগ দিয়া হ'ল। সৈনিকৰ সাজ-পাৰ পিন্ধি পুৰুষ মানুহৰ নিচিনা পেৰেড কৰা হ'ল। কি যে দিন হ'ল, থিয় হৈ মুকলি পথাৰত "টি ষ্টলত" চাহ খোৱা হ'ল। ডাঙৰীয়া ঘোৰ কলিৰ কাল উপস্থিত হ'ল। জমিদাৰে কলে—ৰঘুদা, এইবোৰনো কেনেকৈ বাৰণ কৰিবা? সদায় একেদৰে দিন নেযায়। আজি বোলে হেনো কিবা প্ৰগতিশীলৰ যুগ। এই প্ৰগতিশীলৰ যুগত এইবোৰ হবই। পুৰুষ-স্ত্ৰী হেনো সমানে আগবাঢ়িব লাগে। তিৰোতা-বিলাকো সৈনিকত ভৰ্ত্তি হব লাগে। এইবোৰনো কেনেকৈ বাধা দিবা? কালৰ সোঁতত সকলো সম্ভৱ হব। আমাৰ দিন আৰু গ'ল, এতিয়া দিনক দিনে ন ন কথাৰ উদ্ভৱ হবই। ৰঘুৰামে কলে, "বাৰু, সেইবোৰ যি হয় হৈ থাকক, আমাৰ

বাকী দিন কেইটা ভালে ভালে গলে ভাল হয়। এতিয়া বিয়া সম্বন্ধে আপোনাৰ কি মত?

জমিদাৰে কলে—ময়ো বিয়াখন ফাগুনতে পাতিবলৈ ইচ্ছা কৰোঁ। পিচে আমাৰ এওঁৰ দেখোন এতিয়া বিয়াখন পাতিবলৈ মন নাই। ছোৱালীজনীয়ে হেনো আকৌ বেচিকৈ পঢ়িবলৈ ইচ্ছা কৰে। ৰঘুৰামে জমিদাৰনীৰ ফালে লক্ষ্য কৰি "হয় নেকি, আপুনি বিয়াখন এতিয়া পাতিবলৈ ইচ্ছা নকৰে নেকি?"

জমিদাৰনীয়ে গহীনাই উত্তৰ দিলে—"মই এই বিষয়ে এতিয়া ঠিক কৰিব পৰা নাই। সিদিনা কথাই কথাই বিয়াৰ কথা ওলোৱাত তাই বাসন্তী সখীয়েকৰ আগত কৈছে—বি, এ, পাছ নকৰা পৰ্য্যন্ত তাই বিযাত সোমাবলৈ ইচ্ছা নকৰে। মই কিন্তু সেই কথাটো ভাল পোৱা নাই: আমাৰ জীয়ৰী ছোৱালী বি, এ, পাছ কৰিনো কি কৰিব?"

জমিদাৰনীৰ কথা শুনি জমিদাৰে কলে—বৃন্দাৰ বি, এ, পাছ কৰা কথা এৰি দিয়া। মোৰ মতে এই ফাগুনতে বিয়াখন পাতিব লাগে। ৰঘুৰ প্ৰতি চাই কলে—আপুনি শিৱনাথ বাপুৰ দ্বাৰা সোঁৱৰণী তুখন চাওক, যোৰা [illegible] হেনে নাই চাওক। যদি ভালকৈ যোৰা আছে তেন্তে এই ফাগুনতে বিয়াখন পাতিলে বেয়া নহয়। তুৰ্গাৱতীয়ে তেতিয়া কলে—বিয়া এই ফাগুনতে হলে ময়ো ভাল পাওঁ, কিন্তু ছোৱালীজনীকতো সুধিপুছি চাব'লাগিব। জমিদাৰে তেতিয়া ঢেক ঢেক কৰি এটা হাঁহি মাৰি কলে—তুমি দেখোন আজি ইমান

বয়সত আধুনিক তিৰোতা হৈ ওলালা। তুমি বৃন্দাক সুধি-পুছিহে বিয়া দিবানে? আমি য'তে বিয়া দিব খোজোঁ, তাই তাতে বিয়াত সোমাব। আমাৰ একেটি মাথোন ছোৱালী। তাইক আমি সুবিধামতে বিয়া দিম। নৰেণ মৌজাদাৰৰ একমাত্র ল'ৰা, তাৰ স্বভাৱ-চৰিত্র ভাল, ইপিনে এইবেলি বি, এ, পাছ কৰিছে, আমাৰ ঘৰৰ পৰাও বেচি দূৰ নহয়, জোঁৱাই আৰু ছোৱালীক সদায়েই দেখি থাকিম। এনে স্থলত সিহঁতৰ বিয়া হলে মই বৰ ভাল পাওঁ।" দুৰ্গাৱতীয়ে কলে—"মইতো অমত দিয়া নাই; কিন্তু আজিকালিৰ ছোৱালী, সিহঁতৰো মতামত লব লাগে। সিহঁতৰ মত নোলোৱাকৈ কাম কৰিলে সুফল হব জানো? জমিদাৰে তেতিয়া কলে—"এইবোৰ কথা এৰি দিয়া. আমি ছোৱালীজনীক সুধি দৰা বন্দবস্ত কৰিমনে? তোমাক জানো তোমাৰ কথামতে বিয়া দিছিল? বিয়া এই ফাগুনতে হওক'—এই বুলি সোঁৱৰণীখন ঘৰৰ পৰা আনি ৰঘুৰামৰ হাতত দিলে। ৰঘুৰামে সোঁৱৰণীখন লৈ ঘৰলৈ গুচি গ'ল।

## বাৰ

গধূলি হ'ল। ৰাতিপুৱা মাক-বাপেকৰ কথা শুনি বৃন্দাৰ মনত শান্তি নাইকিয়া হ'ল। ঘৰত থাকিবলৈ ইচ্ছা নোহোৱা হ'ল। সখী বাসন্তীৰ সৈতে নদীৰ দাঁতিত ফুৰিবলৈ ওলাল। কেনেকৈ

ফাগুনৰ মাহটো এৰাব পাৰে এয়ে হ'ল বৃন্দাৰ চিন্তা। বৃন্দাই বাসন্তীক কলে—'সখী তুমিতো আজি ৰাতিপুৱা সকলো কথা শুনিলা। এতিয়া মই কি কৰো মহা বিমোৰত পৰিছোঁ। মোক তুমি এটা উপায় দিয়া। তুমি মোৰ চিত্ৰলেখাৰ নিচিনা সখী। বাসন্তীয়ে এটা মিচিকিয়া হাঁহি মাৰি কলে—তেন্তে তুমি উষা।" বৃন্দাই কলে—"তুমি সখী কথাটো বৰ সৰুকৈ নলবা। মোৰ আজি জীৱন মৰণ সমস্যা। তুমি জানা মই কেতিয়াও নৰেণক বিয়া নকৰাওঁ।"

"তেন্তে তুমিনো কাক বিয়া কৰাবা।" বাসন্তীয়ে কলে।

'সেইটো পিচ কথা' বৃন্দাই কলে—'বৰ্ত্তমান মোক এই ফাগুন মাহৰ পৰা ৰক্ষা কৰা।' "বাৰু কোৱাচোন, তুমিনো কাক বিয়া কৰাবা?" বাসন্তীয়ে কলে—মোক যদি তুমি নোকোৱাই, তেনেহলে তুমিনো মোৰ কি অন্তৰঙ্গ সখী হ'লা? চতুৰী বাসন্তীৰ আগত বৃন্দাই নিজৰ মনৰ কথা লুকাই ৰাখিব নোৱাৰিলে, তাই নিজৰ মনোভাৱ ব্যক্ত কৰিবলৈ বাধ্য হ'ল আৰু কলে—'সখী মই যদি কেতিয়াবা বিয়াত সোমাওঁ, ... তেনেহলে .....মই .. ..দে . বকেই স্বামী হিচাবে পাবলৈ ইচ্ছা কৰো। তেতিয়া বাসন্তীয়ে এটা হাঁহি মাৰি কলে—'যদি দেৱই তোমাক বিয়া নকৰায়, তুমি জানো দেৱৰ মন পাইছা? সিদিনা আকৌ তোমাৰ দেউতাই তেওঁক ডাল-দৰিদ্ৰ বুলি ইতিকিং কৰিছিল৷

এটি দীঘল হুমুনিয়াহ কাঢ়ি বৃন্দাই কলে—"মই একো,

তেওঁৰ মন পোৱা নাই।” “গতিকে সখী, তুমি এনে সন্দেহযুক্ত ভবিষ্যতত কিয় জাপ মাৰা?” বাসন্তীয়ে কলে। আকৌ এটি দীঘল হুমুনিয়াহ কাঢ়ি বৃন্দাই কলে,—যদি দেবক স্বামী হিচাবে পাব নোৱাৰোঁ, তেন্তে আজীৱন চিৰকুমাৰী হৈয়ে জীৱন যাপন কৰিম।” বাসন্তীয়ে কলে—‘সখী, তুমি যে কি কৰিব ওলাইছা মই কব নোৱাৰোঁ। দেবৰ আসৈ নোপোৱালৈকে তুমি এনে প্ৰতিজ্ঞা কৰা সমীচীন হৈছেনে নাই, ভাবি চোৱা। সখী, ভাবি চোৱা, নাৰী জীৱনক সদায়েই সহায় লাগিব। আমাৰ শিক্ষকে সিদিনা এই নীতি বচনটো গাই শুনাইছিল—নাৰীক বাল্য কালত পিতা-মাতাই পালন কৰে, যৌৱন কালত স্বামীয়ে, আৰু বৃদ্ধ কালত পুত্ৰই পালন কৰে। আজি তোমাৰ পিতা-মাতা থকা কাৰণে নাৰী জীৱনৰ অভাৱ অভিযোগ বুজিব পৰা নাই। তোমাৰ পিতা-মাতাই সদায় তোমাক ৰক্ষা কৰিবনে? কালৰ সোঁতত এদিন তেওঁলোক নাইকিয়া হব। ইপিনে তোমাৰ ভাই-ককাই বাই ভনী কোনো নাই, কেনেকৈ তুমি অকলশৰীয়া হৈ জীৱন যাপন কৰিবা? বৃন্দাই চকুলো মচি মচি কলে—“সখী, যদি মই দেবক স্বামী হিচাবে পাব নোৱাৰোঁ, তেন্তে যোগিনী হৈয়ে ভগৱানক ভাবি এই নশ্বৰ মানৱদেহ ত্যাগ কৰিম।” “তেন্তে তোমাৰ মানৱ জীৱনৰ একো উদ্দেশ্য সাধন নহল” বাসন্তীয়ে কলে। বৃন্দাই কান্দি কান্দি কলে—যদি মই মোৰ ভালপোৱা জনকে স্বামী হিচাবে পাব

নোৱাৰোঁ, তেন্তে মোৰ জীৱনৰ লক্ষ্যই বা কি? বাসন্তীয়ে কলে—"সখী মই তোমাৰ দৃঢ় মন দেখি আচৰিত হৈছোঁ। ভগৱানে তোমাৰ উদ্দেশ্যত নিশ্চয় সহায় কৰিব বুলি মোৰ বিশ্বাস হৈছে। যাতে সখী তুমি কৃতকাৰ্য্য হব পাৰা তাৰ কাৰণে ময়ো যিমান পাৰো সিমান চেষ্টা কৰিম।

বৃন্দাই কলে—"এতিয়া কি উপায় কৰা হব?"

বাসন্তীয়ে কলে,—সখী তুমি অস্থিৰ হব নেলাগে। ময়ে তোমাৰ মায়েৰাৰ লগত বিয়াৰ বিষয়ে কথা বতৰা হম। মই কম সখীয়ে এতিয়া কোনোমতে বিয়াত নোসোমায়, বি, এ, পাছ নকৰা পৰ্য্যন্ত তেওঁ বিয়াত নোসোমায়। '

প্ৰায় ৮টা মান বাজিল। দুয়ো বান্ধবী আহি ঘৰ সোমাল। জমিদাৰ ঘৰত নাই। দুৰ্গাৱতীয়ে তৰকাৰি কুটি আছে। বাসন্তীক দেখি বহিবলৈ দি কলে—"বহুত দেখোন দেৰি কৰিলা?" মাহী, নদীৰ পাৰে পাৰে ফুৰোতে দেৰি হ'ল, বাসন্তীয়ে কলে। দুৰ্গাৱতীয়ে কলে—আইটী, পিচে শুনিছানে নাই? বৃন্দাৰ বিয়া পাতিছো নহয়, তোমালোকে বিয়াৰ আয়োজন কৰি দিব লাগিব।" বাসন্তীয়ে কলে—"মাহী, আপোনালোকে সখীৰ মতামত লৈছেনে নাই?" দুৰ্গাৱতীয়ে কলে—"তুমিনো আকৌ কি কোৱা, তাইৰ মতামত লৈ বিয়া পাতিমনে? আমাক সুধি দেউতা আৰু মাই আহুনে বিয়া দিয়া নাছিল"। এটি মাথোন ছোৱালী মোৰ, তাইৰ ভালৰ কাৰণে আমি সদায় যত্ন কৰিম। বাসন্তীয়ে কলে—মাহী, মই সখীৰ মনৰ ভাব বুজিছোঁ,

তেওঁ হেনো বি, এ, পাছ নকৰা পৰ্য্যন্ত কাকো বিয়া নকৰায়।

দুৰ্গাৱতীয়ে আচৰিত হৈ সুধিলে—"আইটী সঁচানে? নহয় তোমাৰ আগত বৃন্দাই ধেমালি কৰিছে, আইটী, চোৱা-চোন, জমিদাৰ বুঢ়া হৈ আহিল, ইপিনে তেওঁৰ বাত বেমাৰ, এনেস্থলত ছোৱালীজনী এজন ভাল পাত্ৰত অৰ্পণ কৰিব পাৰিলে তেওঁ শান্তি পালেহেঁতেন। আইটী, তুমি বৃন্দাৰ মন ঘূৰোৱা; তাই এনে প্ৰতিজ্ঞা কৰিব নালাগে, এতিয়া তাই মেট্ৰিক পৰীক্ষা দিছে বি, এ, পাছ কৰিবলৈ আৰু চাৰি বছৰ বাকী। এনে স্থলত কাৰ কেতিয়া কি হয় কোনে জানে?. আইটী, তুমি যেনে তেনে বৃন্দাৰ মন ঘূৰোৱা।"

বাসন্তীয়ে উত্তৰ দিলে—"মোৰ সখী বৃন্দা সাধাৰণ ছোৱালী নহয়, বাল্য কালৰ পৰা তেওঁ মোৰ সখী, সকলো কথা তেওঁ মোৰ আগত ভাঙি পাতি কয়, মই আৰু তেওঁৰ দৃঢ় মনৰ ভাব বুজিছোঁ। এতিয়া তেওঁ কোনোমতে বিয়া নকৰায়। তথাপি যদি আপোনাসকলে বিয়া পাতে ভাল ফল নহব।" দুৰ্গাৱতীয়ে এটি দীঘল হুমুনিয়াহ কাঢ়ি কলে—আইটী, এতিয়া উপায়, এই কথা শুনিলে জমিদাৰে মৰ্ম্মান্তিক আঘাত পাব। বিয়া আমি একৰকম ঠিকঠাক কৰিছোই।

এনে সময়ত জমিদাৰ ফুৰি আহি ঘৰত সোমাল। বাসন্তীক দেখি জমিদাৰে কলে—আইটী, মাহীয়েৰাৰ লগত কি আলাপ কৰিছ?"

"একো বিশেষ গোপনীয় আলাপ কৰা নাই, আপোনা-

সকলে দেখোন আমাক নজনাকৈয়ে সখীৰ বিয়াখন পাতিছে ?” বাসন্তীয়ে কলে।

জমিদাৰ—তই বৰ ধূৰ্ত্ত ছোৱালী অ। তই মিছাকৈয়ে গম পোৱা নাই বুলি কৈছ।

দুৰ্গাৱতী—পিচে আপুনি বৃন্দাৰ বিয়া পাতিছে হয়, বৃন্দাই এতিয়া কোনোমতে বিয়াত নোসোমায়।

জমিদাৰ—কিয় ?

দুৰ্গাৱতী—বৃন্দাই বাসন্তীৰ আগত কৈছে, তাই বি, এ, পাছ নকৰা পৰ্য্যন্ত বিয়াত নোসোমায়।”

জমিদাৰে কবলৈ ধৰিলে—এতিয়া উপায়, ‘মই এই ফাগুন মাহতে বিয়া পাতিম বুলি ৰঘুৰামক কথা দিছোঁ। সোৱৰণীও চোৱা হৈছে, উত্তম যোৰা হৈছে, ৰাজযোটক যোৰা হৈছে। এতিয়া মোৰ মান থাকে কত ? ৰঘুৰামেও বিয়াৰ আয়োজন আদি কৰিছে।” চিন্তাযুক্ত হৈ বাসন্তীৰ পিনে চাই কলে. আইটী, তুমি কিবা এটা উপায় কৰি বৃন্দাৰ মন ঘূৰোৱা। আইটী, বৃন্দাক মাতি আনাচোন।

বৃন্দা পিতাকৰ আগত উপস্থিত হ’ল। পিতাকে কলে —আইটী, তোমাৰ বিয়াখন পাতিবলৈ মই স্থিৰ কৰিছোঁ। তুমিনো কেলেই বিধি পথালি দিয়া ? আজি মোৰ ৬০ বছৰ হল, কেতিয়া মৰো কোনো ঠিক নাই। এটা এটাকৈ নানা বেমাৰ আহি মোক আক্ৰমণ কৰিছে। তোমাৰ বিয়াখন পাতি শান্তি লভিম বুলি ভাবিছিলোঁ।”

বৃন্দাই বাপেকৰ কথা শুনি কলে—দেউতা মোৰ বিয়া পতাটোৱে আপোনাৰ কৰ্ত্তব্য নহয়, মোক কাম কাজ শিকোৱা, বিদ্যা আদি শিক্ষা দিয়াহে আপোনাৰ কৰ্ত্তব্য। আপুনি মোৰ বিয়াৰ কাৰণে কিয় চিন্তা কৰিছে? মইতো এতিয়া বিয়া কৰাবৰ উপযুক্ত হোৱা নাই। আজি মোৰ ১৫।১৬ বছৰ হ'ল, প্ৰবেশিকা পৰীক্ষাই মই পাছ কৰিব পৰা নাই। সংসাৰৰ কাম কাজ একো ভালকৈ শিকিব পৰা নাই। এতিয়াই আপুনি মোক সংসাৰৰ কিছুমান বোজা ববলৈ দিয়ে নে? মাক বাপেকে বহুত ল'ৰা-ছোৱালীক জোৰ কৰি বিয়া-বাৰু কৰোৱাই অশান্তিৰ সৃষ্টি কৰা নাইনে? আপুনি দেখোন জানে আমাৰ ওচৰত থকা সংৰাম শইকীয়াৰ ছোৱালী মিনুৰ কথা। বেচাৰীক ভালকৈ শিক্ষা আদি নিদি ১৩।১৪ বছৰ বয়সতে বিয়া দি দিলে। ঘৰৰ কাম বন একো কৰিব নাজানে। স্কুলৰ শিক্ষাও বেচি নিদিয়ালে। হাইস্কুলৰ ৪র্থ মান শ্ৰেণীলৈ পঢ়িছিল মাথোন। এনেতে বিয়া দি উলিয়াই দিলে। বিয়াৰ চাৰি বা পাঁচ বছৰ নৌহওঁতেই তাই বিধবা হ'ল। সকলোৱে তাই চকুৰ কুটা হৈ পৰিছে। শাহুৱেকৰ ঘৰত সকলোৱে তাইক নানান কষ্ট দিলে। এনেয়ে স্বামী শোকত তাই কাতৰা, তাতে তাইৰ শাহুৰিজনী যে কি মানুহ! মিনুক যে কিমান নগুৰ শাস্তি কৰিলে তাৰ অন্ত নাই। অৱশেষত তাই শহুৰেকৰ ঘৰত তিষ্ঠিব নোৱাৰি মাকৰ ঘৰলৈ আহিল। বেচাৰীৰ যে মাকৰ ঘৰত কি দুখ হৈছে! আজি দুমাহ

হ'ল মায়েকো মৰি থাকিল, তাই এতিয়া বান্দী হৈ ঘৰত থাকিবলগীয়া হৈছে। তথাপি তাইৰ শান্তি নাই, খোজে পতি তাইৰ বোৱাৰীয়েকে তাইৰ ছিদ্ৰ ধৰি থাকে, তাই সুখ শান্তিৰে পুৱা গধূলি সুখেৰে খাব নোৱাৰে। বোৱাৰীয়েক জনীৰ পেন পেন কৈ হোৱা গাহৰি পোৱালিৰ নিচিনা এগাল ল'ৰা-ছোৱালীৰ আল পৈচান ধৰি থাকিব লাগে। বেচাৰী মোৰ সমনীয়া, মোৰ লগত একেলগে পঢ়িছিল, আজি তাই ৪০।৫০ বছৰীয়া বুঢ়ীৰ নিচিনা হৈছে। পিতা, এয়েতো বৈবাহিক জীৱনৰ সুখ! আজি যদি মিনুৰ কিবা এটা হাতৰ বিদ্যা থাকিলহেঁতেন, তেন্তে তাই আজি ইমান নিকাৰ ভুঞ্জিব নালাগিলহেঁতেন। পিতা, মোৰ প্ৰতি যদি আপোনাৰ মৰম আছে, তেন্তে আপুনি মোৰ বিয়া এতিয়া নাপাতিব।"

জীয়েকৰ কথা শুনি জমিদাৰ বৰ গম্ভীৰ হ'ল আৰু জীয়েকক কলে—আইটী, তোমাৰ অৱস্থা মিনুৰ নিচিনা নহয়। অতুল ঐশ্বৰ্য্য মোৰ, তাতে তুমি মোৰ একমাত্ৰ জী। ইপিনে মই যাৰ লগত তোমাক বিয়া দিবলৈ মনস্থ কৰিছোঁ, সেইজনৰো অৱস্থা বেয়া নহয়। গতিকে তুমি কেলৈ দুখত পৰিবা। বৃন্দাই কলে—'পিতা মই অস্থায়ী ধন-সম্পত্তিৰ ওপৰত বিশ্বাস নকৰো, ধন আজি আছে, কালিলৈ নাই। আপুনিয়েই বা সদায় আপোনাৰ জমিদাৰী ৰাখিবলৈ কেনেকৈ আশা কৰে। বৰ্ত্তমান জমিদাৰী উচ্ছেদ কৰিবলৈ দেশজুৰি আন্দোলনৰ ঢৌ উঠিছে। গতিকে আগেয়ে আপুনি মোক

বিদ্যা আদি শিক্ষা দি উপযুক্ত কৰক, তাৰ পিচত আপুনি মোৰ বিয়াৰ ব্যৱস্থা কৰিব।

জমিদাৰে সুধিলে—'তুমিনো উপযুক্ত মানে কি বুজিছা মই কব পৰা নাই। কেৱল বি, এ, এম, এ, পাছ কৰিলে ছোৱালী উপযুক্ত হয় নে? বহুত ছোৱালী মই দেখিছোঁ —বি, এ, এম, এ, পাছ কৰিছে, কিন্তু সংসাৰৰ কামৰ প্ৰতি একেবাৰে অনভিজ্ঞ। বি, এ, এম, এ, পাছ কৰা বহুত ছোৱালীয়ে আনকি নিজৰ ল'ৰা-ছোৱালীক শিকাবলৈ ইচ্ছা নকৰে; ঘৰুৱা শিক্ষক নিয়োগ কৰি ল'ৰা-ছোৱালীক শিকায়।"

বৃন্দাই কলে—'পিতা, আপুনি ভুল বুজিছে। মই কোৱা নাই যে বি, এ, এম, এ, পাছ কৰিলেই ছোৱালী উপযুক্ত হল। লিখা-পঢ়া বিদ্যা শিক্ষাৰ এটা ঘাই অঙ্গ। যদি সংস্কাৰ নেথাকে আৰু ভাল অভ্যাস নেথাকে তেনেহলে লিখা পঢ়া বিদ্যাইও উপযুক্ত কৰিব নোৱাৰে—এইটো সঁচা কথা। পুৰুষৰ ভিতৰত ব্যাপক ভাবে লিখা-পঢ়া বিদ্যাৰ প্ৰচলন চলিছে, সেই বুলি আটাইবোৰ লিখা-পঢ়া জনা পুৰুষ সংসাৰৰ কামৰ কাৰণে যোগ্য নহয়। তিৰোতাসকলৰ ভিতৰত এতিয়াও শিক্ষা ব্যাপক হিচাবে প্ৰচলন হোৱা নাই। দুই এগৰাকী মাথোন তিৰোতাই উচ্চ শিক্ষা পাইছে। সেই দুই এগৰাকীক মানুহে অন্য চকুৰে চায়। বহুতৰ ভিতৰত সেই দুই এগৰাকীয়ে শিক্ষিত হৈ নিজৰ অভিমানত মত্ত হোৱা দেখা যায়। যেতিয়া শিক্ষা তিৰোতাসকলৰ মাজত ব্যাপকভাবে প্ৰচলন হব,

তেতিয়া তিৰোতাসকলৰ পৰা অভিমান আঁতৰ হ'ব আৰু সকলো কামত ধৰিব। শিক্ষাই কেতিয়াও মানুহক কাম কাজ কৰিবলৈ বাধা নিদিয়ে বৰং সুচাৰুভাবে কৰিবলৈ উদ্গনিহে দিয়ে। কোনো শিক্ষাই মানুহক অকামিলা হবলৈ কোৱা নাই। সমাজ আৰু সংস্কাৰেই ইয়াৰ বাবে দায়ী। মানুহ কামিলা অকামিলা হয় জাতীয় চৰিত্ৰৰ কাৰণে। জাতীয় চৰিত্ৰৰ উৎকৰ্ষ নহলে অকল শিক্ষাই মানুহক আগবঢ়াই নিব নোৱাৰে। জাতীয় চৰিত্ৰৰ উৎকৰ্ষ সমাজৰ নেতৃস্থানীয় মানুহ-সকলৰ ওপৰত নিৰ্ভৰ কৰে ”

বৃন্দাৰ কথা শুনি জমিদাৰ বৰ গম্ভীৰ হ'ল আৰু কি কৰো কি নকৰো দোধোৰ মোধোৰ অৱস্থাত পৰিল। জীয়েকৰ যুক্তিপূৰ্ণ কথাত প্ৰতিবাদ কৰিবলৈ টান পালে। বৰ্ত্তমান অৱস্থাত বৃন্দাৰ বিয়া নাপাতিবলৈ ঠিক কৰিলে।

## তেৰ

বৃন্দাই প্ৰবেশিকা পৰীক্ষা পাছ কৰিলে। বৃন্দাক পঢ়াবলৈ মাক বাপেকৰ ইচ্ছা নাছিল। বৃন্দাৰ একান্ত ইচ্ছাত মাক বাপেক বাধ্য হল। কলিকতাৰ ছোৱালী কলেজত পঢ়াবলৈ ঠিক ক'ৰা হ'ল। যথা সময়ত ছোৱালী কলেজত প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্ত্তি হ'ল। দেবৰ লগত সাক্ষাত হোৱাৰ ছেগ বৃন্দাই বিচাৰিলে। এদিন এটা সুযোগ

মিলিল। বালিগঞ্জৰ হ্ৰদত কলেজৰ লৰা-ছোৱালীৰ মাজত এটা সাঁতোৰা প্ৰতিযোগিতা আৰম্ভ হ'ল। বালিগঞ্জৰ হ্ৰদটো দেখিবলৈ বৰ ধুনীয়া। ইয়াতেই নাওখেল, সাঁতোৰা প্ৰতি-যোগিতা আদি চলে। কলিকতাৰ নিচিনা গৰম ঠাইত এই হ্ৰদটোৰ বৰ আৱশ্যক। মুকলি প্ৰান্তৰত এই হ্ৰদটো অৱস্থিত। ৰাতিপুৱা আৰু আবেলি সময়ত বেলিৰ ৰঙা কিৰণ পৰি এই হ্ৰদটো দেখিবলৈ বৰ মনোমোহা হৈ উঠে। হ্ৰদৰ মাজে মাজে পদুম ফুল আৰু ভেটফুলবোৰ ফুলি আছে। মধুলোভী ভ্ৰমৰবিলাকে ফুলবিলাকৰ মাজত পৰি গুণ গুণ কৰি ফুলৰ মধুপান কৰি 'উন্মত্ত হৈছে। ৰাজহাঁহবোৰে সুমধুৰ ধ্বনি তুলি পদুমৰ মৃণালবোৰ খাব ধৰিছে। বহিবৰ সুবিধাৰ কাৰণে হ্ৰদৰ দুয়ো দাঁতিতে বেঞ্চ চকী আদি তৈয়াৰ কৰি ৰখা হৈছে। আবেলি সময়ত গৰমত আতুৰ হোৱা কলিকতাৰ প্ৰায় নাগৰিক সকলে হ্ৰদৰ দাঁতিত বহি নিৰ্ম্মল চেঁচা বায়ু সেৱন কৰি আনন্দ লভে। লৰা-ছোৱালী, ডেকা গাভৰু, বুঢ়া বুঢ়ী প্ৰায় সকলোৱে হ্ৰদৰ দাঁতিত শান্তি লভে।

জুলাই মাহৰ ১২ তাৰিখ। ৰাতিপুৱা ৯ বজাৰ পৰা সাঁতোৰা প্ৰতিযোগিতা আৰম্ভ হৈছে। কলিকতাৰ হ্ৰদটোৰ দুয়োপাৰে কলেজৰ ছাত্ৰ-ছাত্ৰী আৰু আন আন নাগৰিক সকল ভৰি পৰিছে। বৃন্দাও সাঁতোৰা প্ৰতিযোগিতা চাবলৈ আহিছে। আৰু দেবও সাঁতোৰা • প্ৰতিযোগিতা চাবলৈ আহিছে। হ্ৰদৰ দাঁতিত ঘূৰি ফুৰোঁতে হঠাৎ বৃন্দা আৰু

দেবৰ সাক্ষাৎ হ'ল, চাৰি চকুৰ মিলন হ'ল। দেবই বৃন্দাক দেখি আচৰিত হৈ সুধিলে— বৃন্দা দেখোন, কেতিয়া কলিকতালৈ আহিলা, ক'ত তুমি আছা ?

বৃন্দাই কলে—'মই আহিবৰ আজি প্ৰায় ডুমাহ মান হ'ল, কলেজ হোষ্টেলত আছোঁ, মই আপোনাক লগ ধৰো ধৰো বুলি লগ ধৰিব পৰা নাই। কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্ত্তি হৈছোঁ। মোক আপুনি পাহৰি গৈছে, মোৰ আপুনি কোনো খবৰেই নকৰে।

"নহয় বৃন্দা, মই তোমাক পাহৰা নাই," দেবই কলে, "নানান কাম কাজত ব্যস্ত থাকিব লগা হোৱাত তোমালৈ মই চিঠি আদি লিখিবই পৰা নাই। তুমি এতিয়া কলিকতাত থাকিবা যেতিয়াই তোমাক প্ৰায়ে লগ পাম"।

বৃন্দাই কলে,—মই পৰহিলৈ মাথোন হোষ্টেলত আছোঁ। মই পেহাইতৰ ঘৰত থাকিয়েই কলেজত পঢ়িম। মই হোষ্টেলত থাকিলে পেহাই বৰ বেয়া পায়। মোক হোষ্টেলৰপৰা এৰাই অনাবলৈ পেহাই দেউতালৈ চিঠি লিখিছিল, দেউতাই তাত সন্মত হৈছে। গতিকে আপুনি মোক পেহাইতৰ ঘৰত পাব। অহা ৰবিবাৰে আপুনি যেনে তেনে এবাৰ পেহাইতৰ ঘৰলৈ যাব। তেখেত আপাৰ চৰ্কুলাৰ ৰোডত ১০০নং ঘৰত থাকে। আপুনি যেনে তেনে যাব, কেতিয়া যাব কওক, আপোনাক মই অপেক্ষা কৰি থাকিম।

"বাৰু মই তিনি চাৰি বজাৰ ভিতৰত যাম" এই বুলি

দেবই কলে আৰু অন্য ছাত্ৰৰ সৈতে আনপিনে গ'ল।

পাঠকসকলে বৃন্দাৰ পেহা সম্বন্ধে জানিবলৈ নিশ্চয় ইচ্ছা কৰিছে। তেওঁৰ পৰিচয় দিয়া হ'ল। বৃন্দাৰ পেহাৰ নাম হৈছে—ৰমেশ চন্দ্ৰ দাস। তেওঁ কলিকতাত কাঠৰ কাৰবাৰ কৰে, বেচ আঢ্যৱন্ত মানুহ। ল'ৰা-ছোৱালীৰ ভিতৰত এজন ল'ৰা আৰু এজনী ছোৱালী মাথোন। লৰাটোৰ বয়স আঠ বছৰমান হব আৰু ছোৱালীজনীৰ বয়স চৈধ্য বছৰমান হব। বৃন্দা হোষ্টেলত থকা কথাটো তেওঁ সমূলি পছন্দ কৰা নাই। তেওঁ কলিকতাত থাকোঁতে বৃন্দা হোষ্টেলত থাকিব, এই কথাটো তেওঁ বৰ বেয়া পাইছে। তেওঁ বৃন্দাৰ দেউতাকলৈ এই বিষয়ে এখন চিঠি দি ছোৱালীজনী তেওঁৰ ঘৰত ৰাখিবলৈ সন্মতি আনিছে। পৰহি বৃহস্পতিবাৰে বৃন্দা ৰমেশ ডাঙৰীয়াৰ ঘৰত থাকিবলৈ যাব।

## চৈধ্য

পাঠকসকল, আপোনালোকে জানিব পাৰিছে--দেব ষষ্ঠ বাৰ্ষিক এম, এ, শ্ৰেণীৰ ছাত্ৰ। দেব আজি পূৰ্ণ যৌৱনত, যদিও তেওঁ অভাব আৰু কষ্টৰ মাজত ডাঙৰ দীঘল হৈছে, তথাপি তেওঁৰ চেহেৰা, আচাৰ ব্যৱহাৰ আদিত দৰিদ্ৰতা আৰু কষ্টৰ কোনো চেকা পৰা নাই। সুন্দৰ 'লাৱণ্যময় কমনীয় কান্তি তেওঁৰ। ল'ৰা কালৰে পৰা গবৰ্ণমেণ্ট বৃত্তি লাভ কৰি আৰু

প্ৰাইভেট টিউচন কৰি পঢ়িছে আৰু বিধবা মায়েকক ভৰণ-পোষণ কৰি আহিছে। সুন্দৰ চৰিত্ৰ দেবৰ, লাহবিলাহ একো নাই, ভৰিত মাথোন এযোৰ চেণ্ডেল, গাত এটা গেঞ্জি, এখন ধুতি, আৰু এটা পাঞ্জাৱী ছাৰ্ট। ধোবাক কাপোৰ ধুবলৈ নিদিয়ে; ৰবিবাৰে নিজেই কাপোৰ ধোৱে। চিনেমা আদি চাবলৈ নেযায়, মাত্ৰ অধ্যাপক সকলে অনুমোদন কৰা কন্‌চেচন দিয়া তুই এখন শিক্ষামূলক চিনেমা কেতিয়াবা চাবলৈ যায়। দেবৰ কান্তি অনুপম, মুখৰ শ্ৰী আৰু জ্যোতি আন আন ছাত্ৰতকৈ বেচি উজ্জ্বল। সামান্য এখন ধুতি আৰু এটা পাঞ্জাৱী ছাৰ্টৰে সৈতে তেওঁক এজন সাক্ষাত কামদেৱ যেন দেখি। কবিশ্ৰেষ্ঠ কালিদাসে শকুন্তলা নাটকত লিখিছে—"কিমিব হি ন মণ্ডণং মধুৰং নাকৃতীনাম্।"

যি সকলৰ সৌন্দৰ্য্য স্বভাৱতে মধুৰ, তেওঁলোকৰ কোনো বিশেষ অলঙ্কাৰ আৰু আভৰণৰ প্ৰয়োজন নাই।

ছাত্ৰসকলৰ কৃতিত্ব নিৰ্ভৰ কৰে ছাত্ৰসকলৰ পঢ়া জীৱনত অৱলম্বন কৰা ব্ৰহ্মচৰ্য্য ব্ৰতৰ ওপৰত। ছাত্ৰাৱস্থাতে দেবই ব্ৰহ্মচৰ্য্যব্ৰত অৱলম্বন কৰি চলিছে। সৎচিন্তা, সদালাপেই হৈছে দেবৰ ব্ৰত সেই কাৰণে দেবোপম কান্তি তেওঁৰ চৰিত্ৰত বিৰিঙি পৰিছে।

আজি ৰবিবাৰ, দেবই ৰাতিপুৱা উঠি চাহ জলপান খাই নিজেই ধুতিখন, ছাৰ্টটো, গেঞ্জিটো আৰু বিছনা চাদৰখন ধুইছে। দুপৰীয়া ভাত পানী খাই বিছনাত পৰি অলপ বিশ্ৰাম লৈছে.

আৰু 'কলিকতা' ৰিভিউখন পঢ়ি আছে। লগে লগে বৃন্দাৰ কথাও মনত পৰিছে। বৃন্দাইনো কিয় মাতিছে। বৃন্দা কেনে সৰল, সঁচাকৈয়ে তাই এজনী দেৱী মূৰ্ত্তি। আগতকৈ তাই আৰু বেচি ধুনীয়া হৈছে। মোক নো আজি তাই কেলৈ মাতিলে। মই যাওঁনে নেযাওঁ। জমিদাৰৰ ডাল-দৰিদ্ৰ বোলা কথা এতিয়াও মোৰ মনত পৰি আছে। এনেস্থলত বৃন্দাৰ লগত আলাপ আলোচনা কৰা মোৰ উচিত হবনে? ইপিনে তাইৰ মৰম স্নেহো মই এৰিব নোৱাৰোঁ। নগলে কি জানি বেয়া পায়। বেয়া পোৱা লৈ বেচি কথা নহয়, কিন্তু মোৰ নিজৰেই এটা অভদ্ৰামি হয়। কেতিয়াও বৃন্দাই মোক বেয়া ব্যৱহাৰ কৰা নাই। যিদিনা মই তেওঁলোকৰ ঘৰৰ পৰা বিদায় লৈ আহো সিদিনা কিমান মৰম চেনেহৰে মোৰ আগত কথা কৈছিল—সিদিনা হৃদৰ পাৰতো কি মৰমৰ মাতেৰে মোক যাবলৈ কৈছে। সেই দেৱীমূৰ্ত্তিৰ আহ্বান অৱজ্ঞা কৰিলে এটা বেয়া কথা নহবনে? নহয়, মই যোৱাটোৱে ঠিক হব।

আবেলি ৪মান বজাত দেবই বৃন্দাৰ পেহীয়েকৰ ঘৰলৈ খোজ ললে। প্ৰায় ৪৷৷ মান বজাত দেব উপস্থিত হ'ল। বৃন্দাইও দেবক অপেক্ষা কৰি পদূলি মুখত থিয় হৈ আছে। দেবক অহা দেখি বৃন্দাই নমস্কাৰ জনাই কলে—আপুনি ইয়ালৈ আহক, মই ইয়াতে আছোঁ। এই বুলি কৈ ড্ৰইং ৰুমলৈ মাতি নি বহিবলৈ দিলে আৰু চাহ জলপান খাবলৈ

দিলে। বৃন্দাৰ পেহা আৰু পেহীয়েকো আহি ড্ৰইং ৰুমত উপস্থিত হ'ল। ৰমেশ দাসে ঘৈণীয়েকৰ সৈতে দেবৰ লাবণ্যময় মূৰ্ত্তি দেখি আচৰিত হ'ল। ৰমেশ দাসে সুধিলে—"বোপা, তুমি নো ইয়াত কি কৰা?" বৃন্দাই দেবই কওঁ নকওঁতেই কলে—কিয় আপুনি নেজানে, তেখেতে ইয়াত গণিতৰ এম, এ, পঢ়ে। বি, এ, ৰ অনাৰ্চত তেওঁ প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হৈছে। আমাৰ ঘৰৰ ওচৰতে এওঁৰ ঘৰ, মোক তেওঁ অঙ্ক পঢ়াইছিল।" ৰমেশে বৰ সন্তোষ প্ৰকাশ কৰি কলে,—তোমাৰ কথা শুনি মই বৰ আনন্দ পালোঁ, আমাৰ অসমৰ কাৰণে এনেকুৱা কৃতি সন্তানৰ বৰ আৱশ্যক হৈছে। আমাৰ অসম এতিয়াও বহুত পিচ পৰা। তোমালোকৰ নিচিনা দুই এজন কৃতি সন্তান বাহিৰ হলে অসম জননীৰ লুপ্ত গৌৰৱ উদ্ধাৰ হব। ৰমেশে আকৌ সুধিলে—বোপা, তুমি নো ইয়াত ক'ত থাকা? দেবই কলে—মই বিশ্ববিদ্যালয়ৰ মেচ এটাত থাকোঁ। ৰমেশে কলে—'তুমি যদি তাত অসুবিধা পাইছা, তেনেহলে মোৰ ইয়াতে থাকি তুমি পঢ়িব পাৰা। মোৰ তিনিটা কোঠালী তেনেই খালী আছে।' বৃন্দাই ঘপকৈ কলে—'আপুনি ইয়াত থাকিলে ভাল হয় দেখোন। ময়ো মাজে সময়ে আপোনাৰ পৰা অঙ্ক শিকিব পাৰিম।" দেবই কলে—আপোনাৰ মৰমৰ কাৰণে মই আপোনাক ধন্যবাদ দিছোঁ। বৰ্ত্তমান মই মেচত থাকি একো বেয়া পোৱা নাই, ভবিষ্যতে কি হয় কব পৰা নাই। অসুবিধা হলে, কথাটো ভাবি

চাম।” ৰমেশে কলে—তোমাৰ ঘৰতনো কোন আছে? তোমাৰ খৰচ কোনে বহন কৰে? দেবই কলে—মোৰ ঘৰত মোৰ বিধবা মাইৰ বাহিৰে কোনো নাই। মোৰ খৰচ মই নিজেই বাহিৰ কৰো, আৰু মাইৰ কাৰণে ইয়াৰ পৰা ময়ে টকা পঠাওঁ। মই গবৰ্ণমেণ্টৰ পৰা মাহে পঞ্চাশ টকাকৈ বৃত্তি পাওঁ আৰু ২ ঘণ্টা সময় এখন স্কুলত কাম কৰি মাহে এশ টকা পাওঁ। ইয়াৰে মই ভালকৈ চলিব পৰা হৈছোঁ।”

দেবৰ কথা শুনি ৰমেশৰ ঘৈণীয়েকৰ মৰমতে অন্তৰখন গলি গ’ল আৰু কলে—বোপা, তুমি বৰ আহিঁৰ ল’ৰা, ভগৱানে তোমাৰ মঙ্গল কৰক। তুমিনো কেলেই মেচত টকা ভৰিব লাগিছে, আমাৰ ইয়াতে থাকিবা। মেচৰ নিচিনা মোৰ ইয়াতেই থাকিব পাৰিবা। মোৰ তিনিজন চাকৰ আছে; তোমাক সময়মতে খোৱা-লোৱাৰ সকলো দিহা কৰি দিব। দেবই কলে—মই বাৰু কথাটো ভাবি চাম। মই পিচত আপোনাসকলক জনাম।

বৃন্দাই মনে মনে ভাবিলে—পেহাপেহীনো দেবক তেওঁলোকৰ ঘৰত থকাৰ কাৰণে কিয়নো ইমান জোৰ কৰিছে। অৱশ্যে দূৰদৰ্শী আৰু বুদ্ধিমতী বৃন্দা। পেহীয়েকৰ জীয়েক কৰুণাৰ কথা তেওঁৰ মনত খেলালে। কৰুণাও নবমমান শ্ৰেণীত পঢ়ে আৰু গাভৰু ছোৱালী। কৰুণাও ৰূপৱতী আৰু গুণৱতী। কলিকতা চহৰত থাকি আধুনিক ছোৱালীৰ আদব কায়দা সকলো শিকিছে। বৃন্দাৰ মনত এটা সন্দেহৰ ভাব

গাঢ় ভাবে বিৰিঙি উঠিল, তাইৰ বুকুখন বৰকৈ ধপ্ ধপাবলৈ ধৰিলে ; মুখখন বৰ ৰঙা হৈ পৰিল। বৃন্দাই মনতে ভাবিলে যে দেবক পেহীয়েকৰ ঘৰলৈ মাতি তেওঁ ভাল কৰা নাই।

এনে সময়তে দেব বিদায় লৈ যাবলৈ ওলাল। ৰমেশ দাসে কলে—বোপা, অলপ বহা, এতিয়াও গধূলি হোৱা নাই, এটি গান এ শুনা। ৰমেশ দাসে করুণাক মাতিলে—আই আহাচোন, এটি গান গোৱাহি। করুণাই হাৰমনিয়মটো আনি সুললিত সুৰে এটি আধুনিক গীত গালে। গীত গোৱাৰ পিচত দেব যাবলৈ ওলাল। ৰমেশ দাস আৰু তেওঁৰ ঘৈণীয়েকে দেবক মাজে সময়ে তেওঁলোকৰ ঘৰলৈ আহিবলৈ কলে।

দেব গ'ল। বহুত সময় খিৰিকিয়েদি বৃন্দাই দেবৰ পিনে চাই আছিল। বৃন্দাৰ মনটো ভাল নলগা হ'ল। কিবা এটা সন্দেহৰ ভাবে মনটো আকুল কৰি তুলিলে। গধূলি হ'ল। বৃন্দাই তেওঁৰ পঢ়া কোঠালীত কিতাপ পঢ়িবলৈ ললে। বৃন্দাৰ পঢ়াত সমূলি মনযোগ বহা নাই, মাথোন অসমীয়া সাহিত্যৰ পাতবোৰ লুটিয়াই আছে। কাষৰ কোঠালীটোত ৰমেশ দাস আৰু ঘৈণীয়েক দুয়োজনে কথা বতৰা পাতি আছে। তেওঁলোকৰ কথা-বতৰা বৃন্দাৰ কাণত পৰি আছে। ৰমেশ দাসৰ ঘৈণীয়েকে কলে—সঁচাকৈয়ে ল'ৰাজন বৰ মৰমলগা। এনে দেখনিয়াৰ লৰা, কেনে অমায়িক, কেনে বুদ্ধিমান! ইমান কষ্ট কৰিও বিশ্ববিদ্যালয়ৰ পৰীক্ষাবিলাকত উচ্চস্থান লাভ কৰিছে। ল'ৰাটোনো কাৰ ?” ৰমেশ দাসে কলে—ল'ৰাটো অন্য দূৰৰ ঠাইৰ নহয়। আমাৰ

বৃন্দাইঁতৰ ঘৰৰ পৰা প্ৰায় এমাইল মান দূৰত থাকে। মোৰ এতিয়া সকলো কথা মনত পৰিছে। তেওঁ মধুৰাম পণ্ডিতৰ ল'ৰা, ল'ৰা কিয় ভাল নহব! মধুৰাম এজন ধাৰ্মিক মানুহ আছিল। বেচেৰা অতি কম বয়সতে তেওঁৰ বিধবা পত্নী আৰু দেবক এৰি ঢুকায়। তেওঁৰ পত্নীও অতি সাধ্বী। মানুহৰ পৰা খুজি-মাগি তেওঁ দেবক পালন কৰিছে আৰু ভগৱানেও সহায় কৰিছে। দেব বেচ বুদ্ধিমান আৰু সচ্চৰিত্ৰবান। সকলোকে সি মৰম লগাব পাৰে, আৰু সি পাঠশালা স্কুলৰ পৰা এম, এ, লৈকে বৃত্তি লাভ কৰি পঢ়ি আছে। এম, এ, পাছ কৰিব পাৰিলে সি ডাঙৰ চাকৰি পাব পাৰে। ঘৈণীয়েকে কলে—এনেকুৱা ল'ৰা পোৱা বৰ ভাগ্যৰ কথা। আমাৰ কৰুণা আইটীও ডাঙৰ দীঘল হৈ আহিল; বিয়া দিবৰ প্ৰায়ে সময় হ'ল। আপুনি এই ল'ৰা-টোৰ লগতে বন্দবস্ত নকৰে কিয়? ৰমেশ দাসে কলে, হওঁতে বেয়া নহয়; কিন্তু অন্য কোনোবাই কি জানি ঠিক কৰিছেই। মানুহে ইচ্ছা কৰি বিয়া আদি পাতিব নোৱাৰে; যদি দৈব অনুকূল নহয়। মই বাৰু চেষ্টা কৰি চাম। মাজে সময়ে ল'ৰাটো আহিলে তাৰ মনোভাব লবলৈ চেষ্টা কৰিবা; তুমি তাক বিলাতলৈ পঠাম বুলিও ইঙ্গিত দিবা।

বৃন্দাৰ আৰু বুজিবলৈ একো বাকী নাথাকিল, দুধাৰি চকুলো তাইৰ গালৰ ওপৰেদি বাগৰি গ'ল। এনে সময়ত কৰুণা আহি ওলাল। কৰুণাই কলে—বাইদেউ, তুমি কান্দিছা

দেখোন, তোমাৰ কি হৈছে। বৃন্দাই ততালিকে ৰুমালেৰে চকুলো মুচি পেলালে—নাই, মই কন্দা নাই। আজি বহুদিন পিতা-মাতাৰ পৰা চিঠি পোৱা নাই; সেই কাৰণে মনতো বেজাৰ লাগিছে।

ৰাতি নটা মান বাজিল। বৃন্দাই ভাত পানী খাই শুবলৈ গ'ল। বৃন্দাৰ আজি টোপনি অহা নাই। নানান ৰকম ভাৱ আহি তেওঁৰ অন্তৰখন থৌকি-বথৌকি কৰি তুলিছে। ভাবিলে, কিজানি তেওঁৰ জীৱনত দেবক স্বামী হিচাবে পোৱা নহব, তাইৰ দেউতাক অন্তৰায় হৈ আছেই, তাতে আকৌ তেওঁৰ পেহা ৰমেশ দাস আৰু ঘৈণীয়েকো বিঁধি পথালি হৈ পৰিল। কি কুক্ষণতনো তাই দেবক ইয়ালৈ মাতি পঠাইছিল। বৃন্দাৰ আৰু ৰমেশ দাসৰ ঘৰত থাকিবলৈ ইচ্ছা নোহোৱা হ'ল। সাবিত্ৰী আৰু উমাৰ তপস্যালৈ মনত পৰিল।

তাই ভাবিলে যদি মোৰ মনত সৎসাহস আৰু ঐকান্তিকতা থাকে তেনেহলে নিশ্চয় মই দেবক স্বামী হিচাবে লাভ কৰিমেই। বৃন্দাই আকৌ ভাবিলে—মই কি উপায়ে দেবৰ মনোভাব বুজোঁ? নিজে উপযাচি কেনেকৈ সোধোঁ; মোক তেওঁ কি বুলিব? মোৰ মনৰ কথা কলে ··· কি জানি বেয়া পায়। কাৰ দ্বাৰাই সোধোঁ। সখী বাসন্তীও নাই। উঃ পিতাই তেওঁক ডাল দৰিদ্ৰ বুলি অপমান কৰিছিল, এনে স্থলত তেওঁ মোক বিয়া কৰাবনে? পূজাৰ বন্ধত নিশ্চয় দেব ঘৰলৈ যাব। মই বাসন্তীৰ দ্বাৰা কিবা এটা উপায়

উলিয়াব লাগিব। মই পূজাৰ বন্ধৰ পিচত পেহীহঁতৰ ঘৰত আৰু নেথাকো। পিতাৰ অনুমতি লৈ ছোৱালীৰ হোষ্টেলতে থাকিম। এইদৰে নানা কথা ভাবি থাকোঁতে তাইৰ টোপনি আহিল।

## পোন্ধৰ

পূজাৰ বন্ধৰ সময় হ'ল। কলিকতাৰ কলেজ বিলাকত খেল প্ৰতিযোগিতা, সঙ্গীত প্ৰতিযোগিতা আৰু তৰ্কৰ প্ৰতি-যোগিতা আৰম্ভ হ'ল। তৰ্কৰ প্ৰতিযোগিতাত দেবই প্ৰথম-স্থান অধিকাৰ কৰিলে, বৃন্দাই দ্বিতীয়স্থান অধিকাৰ কৰিলে। প্ৰতিযোগিতা বিলাকত প্ৰথম, দ্বিতীয় আৰু তৃতীয়স্থান অধিকাৰ কৰা সকলক পুৰস্কাৰ দিবৰ কাৰণে এখন সভা পতা হ'ল। দুইজনে পুৰস্কাৰ লাভ কৰি আনন্দ মনেৰে সভাৰ পৰা গুচি আহিল আৰু দুয়ো একেলগে কলিকতাৰ ৰাস্তাইদি যাব ধৰিলে আৰু কলেজ ষ্ট্ৰীটৰ পাৰ্কৰ বেঞ্চত বহি আজি মুকলিমনেৰে কথা পাতিবলৈ সুবিধা পালে; কাৰণ সিদিনা কৰুণা বৃন্দাৰ লগত উপস্থিত নাছিল, পেহা আৰু পেহীয়েকো লগত নাছিল। কথা প্ৰসঙ্গত বৃন্দাই দেবক সুধিলে—চাৰ, আপুনি এইবাৰ পূজাৰ বন্ধত ঘৰলৈ নেযায় নে?" দেবই কলে, তুমি মোক এতিয়াও 'চাৰ' বুলি মাতানে? এতিয়া নেমাতিবা। বৃন্দাই

এটি মিচিকিয়া হাঁহি মাৰি কলে—তেনেহলে মই আপোনাক কি বুলি মাতিম?" দেবই কলে—তুমি যি বুলিলে ভাল পোৱা সেই বুলি মাতিবা।" বৃন্দাই কলে, উঃ আপুনিনো কি কয়? মই আপোনাক 'চাৰ' বুলিয়ে ভাল পাইছোঁ, সেই কাৰণে চাৰ বুলি মাতিছোঁ।" দেবই কলে 'চাৰৰ' বাহিৰে যি বুলি মাতিবলৈ ভাল পোৱা, সেই বুলিয়ে মাতিবা। টেঙৰী বৃন্দাই কলে—'আপুনি মোক ইমান অধিকাৰ দিলেনে? বৃন্দাৰ চকু মুখ ৰঙা হৈ পৰিল। দেবইও এটা মিচিকিয়া হাঁহি মাৰি কলে—তোমাক অধিকাৰ দিয়া হৈছে। তোমাৰ নিচিনা ৰূপৱতী আৰু গুণৱতী ছোৱালীক কিঁয় অধিকাৰ দিব নোৱাৰি?" বৃন্দাৰ চকু মুখ আকৌ বেচি ৰঙা হৈ পৰিল, কোনো কথা বতৰা কব নোৱাৰাত পৰিল, বুকুখন বৰ বেচিকৈ ধম্‌ধমাবলৈ ধৰিলে। দেবই কলে—"তুমি দেখোন মনে মনে থাকিলা।" বৃন্দাই তেতিয়া তলমূৰকৈ কলে—বাৰু আপোনাক মই মোৰ আইক সুধি কি বুলিব লাগে সেই বুলিয়েই মাতিম।" আপুনি দেখোন মোৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। "এৰা, মই পাহৰিছোয়েই,' দেবই কলে, "অক্টোবৰ মাহৰ বাৰ তাৰিখেই যাম বুলি ভাবিছোঁ। পিːচ তুমি কেতিয়া যাবা?" বৃন্দাই কলে—'মই অক্টোবৰৰ ১১ তাৰিখে যাম বুলি ভাবিছোঁ।" বৃন্দাই আকৌ দেবক কলে—'আপোনাৰ ওচৰত মোৰ এটি অনুৰোধ আছে।" "কি আছে, কোৱা," দেবোই কলে। বৃন্দাই কলে—'আপুনি মোক পূজাৰ বন্ধত ঘৰত

পঢ়াব লাগিব।” দেবোই কলে—“মই পঢ়ালেনো তোমাৰ দেউতাই ভাল পাবনে?” দেবৰ মুখখন বৰ গভীৰ হৈ পৰিল। চকুৰ পৰা দুধাৰি চকুলো বৈ গ’ল। দেবই আৰু কথা কব নোৱাৰা হল। মাথোন কলে,—ঘৰলৈ গলে কি হয় দেখা যাব। বৃন্দাৰ বুজিবলৈ বাকী নেথাকিল পিতাকৰ ‘ডালদৰিদ্ৰ’ বোলা কথাষাৰ মনত পৰিল। বৃন্দাৰো আৰু বেচি কথা-বতৰা পাতিবলৈ মন নোহোৱা হল। দেবক নমস্কাৰ দি পেহীয়েকৰ ঘৰৰ পিনে খোজ ললে।

বহুত সময় দেবই বৃন্দাৰ যোৱাৰ পিনে চাই আছিল। দেবই ভাবিবলৈ ধৰিলে—বৃন্দা, যেনে সৰল, তেনে গুণবতীও। আজি বৃন্দাৰ কথাটো কিবা কিবি যেন পালোঁ। সঁচাকৈয়ে বৃন্দাই মোক ভালপায় নেকি? কিন্তু এই ভাল পোৱাৰ ওপৰত যে বিঘিনি আছে। জমিদাৰ কি দাম্ভিক আৰু অহঙ্কাৰী! মোৰ নিচিনা দুখীয়া এজনক তেওঁৰ ছোৱালী বিয়া দিবনে? নাই, সেই ভাব অনাটো মোৰ ভুল হৈছে। মই এজন ডালদৰিদ্ৰ, এনেস্থলত তেনে আশা কৰাটো বৰ অমূলক হৈছে। কি জানি বৃন্দাৰ মাকে বৃন্দাক মোলৈ বিয়া দিবলৈ ইচ্ছা কৰেই। মই কিন্তু ইমান ডাঙৰ মানুহৰ লগত সম্বন্ধ স্থাপন কৰা উচিত হবনে? যি জমিদাৰে মোক ‘ডাল-দৰিদ্ৰ’ বুলি ইতিকিং কৰিলে, তেনেকুৱা মানুহৰ আগতনো মই মোৰ মুখখন কেনেকৈ দেখুৱাওঁ। নহয়, সেইটো কোনো-মতে হব নোৱাৰে। মই কেতিয়াও বৃন্দাক বিয়া নকৰাওঁ।

ছিঃ, আজি কি দুৰ্ব্বল মুহূৰ্ত্তত বৃন্দাক মই এটা তাচ্ছিল্য কথা কৈ পেলালোঁ। যি বুলি মাতিবলৈ ভালপোৱা সেই বুলি মাতিবলৈ কলোঁ। উঃ! মই ইমান দুৰ্ব্বল নে? সঁচা-কৈয়ে বৃন্দাৰ আগত মই অতি দুৰ্ব্বল হৈ পৰোঁ। তাইৰ চেনেহৰ মুখখন দেখিলে মই সকলোকে পাহৰি যাওঁ। যদি বৃন্দাৰ মাকে আৰু বৃন্দাই মোৰ আগত বিয়া হবলৈ প্ৰস্তাৱ দিয়ে তেনেহলে মোৰনো আপত্তি কৰাৰ কি কাৰণ আছে? বৃন্দাতো বাপেকৰ নিচিনা দাম্ভিক বা অহঙ্কাৰী নহয়; বা আভিজাত্য বংশৰ কোনো অভিমান তাইৰ মনত নাই যেন লাগে। তথাপি মই মনৰ পৰা 'ডালদৰিদ্ৰ' 'এই কথাষাৰ গুচাব নোৱাৰোঁ। জোঁৱাই হলেও কিজানি জমিদাৰে অৱজ্ঞা চকুৰে চায়? কি জানি দক্ষৰ যজ্ঞত সতীয়ে দেহ ত্যাগ কৰাৰ নিচিনা কথা হয়। বাৰু নেভাবোঁ সেইবোৰ কথা। ভাগ্যত যি আছে সেয়ে হব। বৃন্দাক দেখিলে মই কিয় ইমান চঞ্চল হওঁ? তেওঁ মোক এইবাৰ পূজাৰ বন্ধত পঢ়াবলৈ মাতিছে। মোৰ যোৱাটো উচিত হবনে? যদি নেযাওঁ বৃন্দাই মোক বেয়া নেপাবনে? বৃন্দাৰ মনত অকণো দুখ দিবৰ মোৰ ইচ্ছা নাই। তেওঁৰ অন্তৰত দুখ হলে মোৰো হোৱা যেন লাগে। কি যে চিন্তাবোৰ আহে! মোৰনো বৃন্দাৰ লগত কিয় দেখা দেখি হ'ল? কেলেইনো নৰেণে মোক বৃন্দাক পঢ়াবলৈ ঠিক কৰি দিছিল? বৃন্দাই মোক কিয় ইমানকৈ আকৰ্ষণ কৰিলে। আগেয়ে কিন্তু ইমানকৈ আকৰ্ষণ কৰা নাছিল।

এইবাৰ কিন্তু তেওঁ মোক বৰকৈ আকৰ্ষণ কৰিলে। ধৰিলো —বৃন্দাক মই বিয়া কৰালোঁ, কিন্তু মই মোৰ দুখীয়া পঁজাত সুখেৰে ৰাখিবলৈ পাৰিমনে ? জমিদাৰৰ ছোৱালী বৃন্দা, নানান সুখৰ মাজত তাই থাকে, একোৰে অভাৱ নাই, একেবাৰেই আলাসৰ লাৰু। অৱশ্যে দুখত নপৰিব পাৰে। একেটি মাথোন ছোৱালী তেওঁ মাক বাপেকৰ, বিপুল সম্পত্তিৰ অধিকাৰিণী তেওঁ, গতিকে মোৰ ভাগ্যত নহলেও তেওঁ নিজৰ ভাগ্যৰেই খাব।

আৰু এটা কথা মোৰ মনলৈ আহে, নানান সুখত থকা ছোৱালী বৃন্দা। মোৰ বুঢ়ী আইৰ আলপৈচান তেওঁ ধৰিব পাৰিবনে ? নিচেই সৰুতে মোৰ পিতা মৰি গৈছে। মোকে আজি বুকুত সাবটি আৰু মোৰে ওপৰত নিৰ্ভৰ কৰি মোৰ আই বুঢ়ী হল। এনেস্থলত যদি বোৱাৰীয়েকৰ পৰা তেওঁ কষ্ট পায়, তেনেহলে মোৰ জীৱনত সুখ হবনে ? বাৰু, মই মোৰ সুখলৈ নাভাবোঁ ; এনেকৈ অৱস্থাৰ ভিতৰত মিল নোহোৱাৰ কাৰণে বহুতৰ বৈবাহিক জীৱন অসন্তোষ আৰু দুখত পৰিণত হৈছে। এইদৰে কলিকতাৰ ৰাস্তাত নানান কথা ভাবি চিন্তি দেব মেছলৈ গ'ল। সিদিনা পঢ়া শুনা একো কৰিব নোৱাৰিলে। ভাত পানী খাই শুবলৈ গ'ল। কিন্তু বহুত সময় জুৰি বৃন্দাৰ কথা ভাবি তেওঁৰ টোপনি অহা নাছিল।

# ষোল্ল

জমিদাৰৰ ঘৰত দুৰ্গা পূজাৰ মহা পয়োভৰ। জগজ্জননী দুৰ্গা আইৰ পূজাৰ কাৰণে বিৰাট পূজা মণ্ডপ তৈয়াৰ কৰা হৈছে। লক্ষ্মী, সৰস্বতী, গণেশ, কাৰ্ত্তিকৰ সৈতে বিতোপন মূৰ্ত্তি নিৰ্ম্মাণ কৰা হৈছে। জমিদাৰৰ প্ৰজাবিলাকে নানান বয়-বস্তু আনি জমিদাৰৰ ঘৰ ওপচাই দিছে। সপ্তমী পূজাৰ দিনা ৰাতিপুৱা বৃন্দা কলিকতাৰ পৰা আহি পালে। জমিদাৰ আৰু জমিদাৰণীৰ আনন্দৰ সীমা নোহোৱা হ'ল! ক'ত লব, ক'ত থব, দুয়োজনে আনন্দতে উত্ৰাৱল হৈ উঠিল।

বৃন্দাই গা-পা ধুই দেৱীক সেৱা কৰিবলৈ গ'ল। এইবাৰ বৃন্দাই একান্তমনে দুৰ্গাদেৱীক প্ৰাৰ্থনা কৰিলে—তেওঁৰ যেন মনোবাঞ্ছা পূৰ্ণ হয়। দেৱীক সেৱা কৰি বৃন্দাই অলপ জা-জলপান খাই সুস্থিৰ হ'ল। মাকৰ ওচৰলৈ গৈ কলে—আই দেব চাৰ কলিকতাৰ পৰা আহিছে—তেওঁক পূজালৈ মাতা হৈছে নে নাই? মাকে কলে—আইটি, দেবক নো কিয় মাতিব লাগে; সিহঁত আমাৰ প্ৰজা, নমতাকৈ সিহঁতে পূজা চাবলৈ আহিব নহয়, আই তোমালোকে যে কি কোৱা, তোমালোকে সদায় তোমালোকৰ জমিদাৰীৰ ওপৰত প্ৰভুত্ব কৰি থাকা, কিন্তু যি দিন আহিছে, সেই প্ৰভুত্ব সদায় কৰি থাকিব নোৱাৰিবা। এতিয়া গণতন্ত্ৰৰ যুগ। যি যোগ্য সেয়েহে জমিদাৰী ভোগ কৰিব পাৰিব। মৰ্ত্তমান ৰাইজে ৰজা।

তোমালোকে গুণীৰ মোল নুবুজা। দেব চাৰ কিমান উচ্চ, কিমান প্ৰতিভাশালী। কলিকতাৰ নিচিনা ঠাইত প্ৰফেচ'ৰ সকলে তেওঁৰ প্ৰতিভা দেখি কিমান মৰম কৰে। এইবাৰ তৰ্কসভাৰ প্ৰতিযোগিতাত তেওঁ প্ৰথম পুৰস্কাৰ পাইছে, মই দ্বিতীয় পুৰস্কাৰ পাইছোঁ। তোমালেকে তেওঁক তেনেকৈ অনাদৰ কৰা বৰ বেয়া। তেওঁ এতিয়া এম, এ, পঢ়া কৃতী ছাত্ৰ, তেনেস্থলত তেওঁ বিনা নিমন্ত্ৰণে আমাৰ ঘৰলৈ কিয় আহিব? হব পাৰে তেওঁলোক দুখীয়া, কিন্তু তেওঁলোক জ্ঞানৰ আৰু বিদ্যাৰ দুখীয়া নহয়। তেওঁনো আৰু কিহৰ দুখীয়া! গবৰ্ণমেণ্টৰ পৰা ৫০৲ টকা বৃত্তি পায়, ইপিনে কলিকতাৰ নিচিনা ঠাই এখনত স্কুলত কাম কৰি মাহে ১০০৲ টকাকৈ পায়। তেওঁতো কাৰো ওচৰলৈ খুজিবলৈ যোৱা নাই। নিজৰ ওপৰতে নিৰ্ভৰ কৰি এই পঢ়া অৱস্থাতে তেওঁৰ দুখীয়া মাতৃদেবীক ভৰণ-পোষণ কৰিছে। তেওঁৰ নিচিনা আহিঁৰ পুৰুষ আমাৰ এই অঞ্চলত বিৰল। মোক তোমালোকে এতিয়াই যাবলৈ দিয়া—মই এতিয়াই তেওঁক পূজাৰ নিমন্ত্ৰণ দি আহিম।

এনে সময়তে মৌজাদাৰ আহি ওলাল আৰু কলে—মাইচানা, কি হৈছে; বৰ ৰাগ কৰিছা দেখোন। বৃন্দাই কলে,—পিতা, মোৰ বৰ ৰাগ উঠিছেতো—মাইৰ কথা শুনি, তেওঁ হেনো দেব চাৰক পূজালৈ নিমন্ত্ৰণ নকৰে, তেখেত আমাৰ প্ৰজা, পূজালৈ তেওঁ নমতাকৈ আহিব। মই হলে, পিতা, এইটো বৰ বেয়া পাইছোঁ। তেওঁ এজন গুণী আৰু প্ৰতিভা-

শালী মানুহ। তেওঁৰ জহতে মই এইবাৰ মেট্ৰিক পাছ কৰিছোঁ। মোক যাবলৈ দিয়া,—ময়েই এতিয়াই মাতি আহিম।

জমিদাৰে কলে—আইটি, তুমি ছোৱালী মানুহ, সংসাৰৰ আওভাও তুমি এতিয়াও বুজি উঠা নাই। হব পাৰে দেব গুণী আৰু প্ৰতিভাশালী, তথাপি তেওঁ আমাৰ প্ৰজা। দুৰ্গা পূজাৰ সময়ত সকলো প্ৰজা বিনা নিমন্ত্ৰণে আমাৰ পূজালৈ অহা নিয়ম আমাৰ উপৰি পুৰুষৰ পৰা চলি আহিছে। সাধাৰণ প্ৰজাক কেতিয়াও নিমন্ত্ৰণ কৰা নহয়। সিহঁতে নমতাকৈয়ে পূজাৰ যোগাৰ আদি সকলো ঠিক ঠাক কৰি দিব লাগে। মাথোন বিখ্যাত বিখ্যাত ধনী প্ৰজাসকলকহে ' নিমন্ত্ৰণ কৰা হয়। দেব এজন সামান্য প্ৰজা, সি নিচেই দুখীয়া,—এজনী খুজি খোৱা বিধবাৰ ল'ৰা। তাক পূজাৰ দিনা নিমন্ত্ৰণ কৰিলে আমাৰ সন্মান লাঘব হয়।

পিতাকৰ কথা শুনি বৃন্দাৰ খং মূৰৰ চুলি পালেগৈ। বৃন্দা বৰ অধৈৰ্য্য হৈ পৰিল। পিতা, মই বৰ আচৰিত যে আপুনি দেবক এজন সামান্য প্ৰজা বুলি ঘৃণা কৰিলে। তেওঁ কিহৰ দুখীয়া। তেওঁৰ নিচিনা প্ৰতিভাশালী ছাত্ৰ কেইজন আছে। মই ভাবো তেওঁ আমাৰ এই অঞ্চলত আটাইতকৈ বিখ্যাত। তেখেতক আপুনি ইমান হেয়জ্ঞান কৰাতো উচিত হোৱা নাই। যদি আপোনাসকলে নেমাতে তেন্তে ময়ে গৈ এতিয়াই মাতি আহিম। এই বুলি সাজপাৰ পিন্ধা কোঠালৈ গুচি গ'ল। মৌজাদাৰ বৰ বিস্মিত হল আৰু মৌজাদাৰণীক

কলে—এতিয়া ছোৱালীক উচ্চ শিক্ষা দি জাতি কুল, বংশ মৰ্য্যদা সকলো ধ্বংস কৰিবা। ঘৈণীয়েকে কলে—আমিতো অকলে ছোৱালীক শিক্ষা দিয়া নাই, আজি-কালি ছোৱালীক শিক্ষা দিয়া গোটেই দেশতেই বিয়পিছে। বাৰু সি যি হওক, আপুনি আগৰ কথা ধৰি থাকিব নালাগে। এখন চিঠি দি এজন চাকৰৰ হতুৱাই দেবক নিমন্ত্ৰণ কৰক। এটি মাথোন ছোৱালী, বহুদিনৰ মূৰত তাই কলিকতাৰ পৰা আহিছে। আজি পূজাৰ দিনা তাইৰ মনত অসন্তোষৰ সৃষ্টি কৰা উচিত নহব। মৌজাদাৰে ঘৈণীয়েকৰ কথা এৰাব নোৱাৰিলে আৰু সাধাৰণক নিমন্ত্ৰণ কৰা এখন ছপা কৰা চিঠি হৰিমল চাকৰৰ হাতত পঠাই দিলে।

সপ্তমী পূজাৰ দিনা দেবই চিঠিখন পালে। দেবোই ভাবিলে পূজালৈ যাব নে নেযাব। এনেতে মৌজাদাৰৰ 'ডাল দৰিদ্ৰ' বোলা কথাটি মনত পৰিল। আগে পিচে যদিও গধূলি এবাৰ শ্ৰীশ্ৰীদুৰ্গাদেবীক প্ৰাৰ্থনা কৰিবলৈ যায়, এইবাৰ নোযোৱা-টোৱে স্থিৰ কৰিলে।

সপ্তমী পূজাৰ দিনা গধূলি দেব আহিব আহিব বুলি বৰ উৎকণ্ঠিত হৈ আছে, কিন্তু দেব নাহিল। ভাবিলে কিজানি অষ্টমী পূজাৰ দিনা আহে। অষ্টমী পূজাৰ দিনা পূজা মণ্ডপত যাত্ৰাভিনয়ৰ ব্যৱস্থা কৰা হৈছে। দেবই দিনত নাহিলেও নিশ্চয় যাত্ৰাভিনয় চাবলৈ অহিব। অষ্টমী পূজাৰ দিন, পূজা মণ্ডপত বিপুল জনতা। ওজাপালীয়ে নৃত্য গীতেৰে

দেৱীৰ স্তুতি কৰিবলৈ ধৰিছে। বৃন্দাই পূজা মণ্ডপত বহি পূজাৰ আয়োজন কৰি আছে। নানান নৈবেদ্য সজাই দিছে, ধূপ-ধুনা জ্বলাইছে, প্ৰদীপ জ্বলাইছে। পূজা মণ্ডপৰ পৰা কেতেকী চৰাইৰ নিচিনা ডিঙি ঘূৰাই বিপুল জনতাৰ পিনে চাইছে—তাইৰ মৰমৰ দেব আহিছেনে নাই। লাহে লাহে গধূলি হৈ আহিল। বৃন্দাই দেবক নেদেখিলে। বৃন্দাই কাতৰ ভাবে দেৱীক প্ৰাৰ্থনা কৰিলে—আই মোৰ মনৰ বাঞ্ছা পূৰ্ণ নহবনে? এটি দীঘল হুমুনিয়াহ কাঢ়ি ভাবিলে—কিজানি যাত্ৰাভিনয় চাবলৈ আহে।

ৰাত্ৰি ৯টা বজাৰ পৰা যাত্ৰাভিনয় আৰম্ভ হব। যাত্ৰাভিনয় কৰিবলৈ সুন্দৰকৈ ৰঙ্গমঞ্চ তৈয়াৰ হৈছে। ওখ ৰঙ্গমঞ্চৰ চাৰিওফালে মানুহ আৰু তিৰোতাসকলক বহুৱাবলৈ আসনবোৰ পৰিপাটিকৈ সজোৱা হৈছে। চাৰিটা ভাগ কৰা হৈছে—এটা ভাগত ল'ৰা-ছোৱালীবোৰক বহিবলৈ দিয়া হৈছে, এটা ভাগত ভদ্ৰ মহিলাসকলক বহিবলৈ দিয়া হৈছে, আৰু চতুৰ্থ ভাগটোত জনসাধাৰণক বহিবলৈ দিয়া হৈছে।

ৰাতি ৯ বজাৰ লগে লগে যাত্ৰাভিনয় আৰম্ভ হ'ল। শিলাৰ পাৰ্টিয়ে উমাৰ তপস্যা যাত্ৰাভিনয় কৰিলে। বৃন্দা আৰু বাসন্তী দুয়ো একেলগে বহি যাত্ৰাভিনয় চাবলৈ ধৰিলে। বৃন্দাই চাৰিওফালে ঘূৰি পকি চালে—কিন্তু কতো দেবক নেদেখিলে। হৰক স্বামী পাবৰ কাৰণে উমাৰ তপস্যা দেখি বৃন্দা আচৰিত আৰু তন্ময় হ'ল। স্বয়ঃ পাৰ্ব্বতীয়ে উপযুক্ত

স্বামীৰ কাৰণে ইমান তপস্যা আৰু যন্ত্ৰণা ভোগ কৰিছিল, তেনেহলে তেওঁনো কিয় হতাশ হব! বৃন্দাই ভাবিলে— মই কেতিয়াও হতাশ নহওঁ, মই যেনে তেনেই দেবক স্বামী হিচাবে পাবৰ কাৰণে যন্ত্ৰণা ভোগ কৰিম। উমাৰ ক্লেশ যন্ত্ৰণাৰ লগত মোৰ দুখ কষ্ট একো নহয়। হে আই ভগৱতী, তোমাৰ নিচিনা দুখ কষ্ট ভোগ কৰিবলৈ মোক শক্তি দিয়া। মই প্ৰতিজ্ঞা কৰিলোঁ—যদি ই জনমত মোৰ স্বামী লাভ নহয়, তেন্তে পৰ জনমত মই দেবক স্বামী হিচাবে পাম। ই মোৰ প্ৰতিজ্ঞা। "অৰ্পিম জীৱন কিম্বা গুচাম পিয়াহ," এই প্ৰতিজ্ঞাই মই ধৰিলোঁ। কাৰ সাধ্য মোক দেবৰ বাহিৰে আন ঠাইত বিয়া দিব। ইয়াৰ কাৰণে পিতাই মোক বেয়া পাব নেকি? যদি পায়, ইয়াৰ উপায় কি? তেওঁনো কেলেই মোক আন ঠাইত বিয়া দিয়ে? পিতাই মোক শাপ নিব নেকি? যদি শাপ দিয়ে দিয়ক। মই তেখেতক নিজেই কম—যদি আপুনি বিয়া দিব খোজে, তেন্তে মোক দেবলৈ বিয়া দিয়ক।

এইদৰে ভাবি ভাবি বৃন্দা উত্তেজিত আৰু চঞ্চল হৈ উঠিল। দীঘল হুমুনিয়াহ কাঢ়ি চেকস্‌পিয়েৰৰ নাটক 'অথেলো'ৰ কথা মনলৈ আনিলে। যদি পিতাই শাপ দিয়ে তেনেহলে মোৰ জীৱনত সুখ নহব। ডেচডেমনাই পিতাকৰ অনুমতি নেলোৱাকৈ নিগ্ৰো অথেল'ক বিয়া কৰালে। ইয়াতে পিতৃ

ব্রেবোনচিয়োই বৈবাহিক জীৱন সুখী নহব বুলি "ডেচডেম'নাক শাপ দিলে। সঁচাকৈয়ে পিতৃশাপ ফলিল, ডেচডেম'না আৰু "ব্ল্যাকমূৰৰ" দাম্পত্য জীৱন সুখময় নহল। ব্ল্যাকমূৰে নির্দ্দোষী ডেচডেম'নাক হত্যা কৰিলে আৰু ব্ল্যাকমূৰেও তাৰ ভুল জানিব পাৰি আত্মহত্যা কৰিলে। বাৰু, মোক ইহজনমৰ সুখ নালাগে; মনত মই যি সঙ্কল্প কৰিছোঁ, এই সঙ্কল্পৰ পৰা কেতিয়াও চ্যুত নহওঁ। কপালত মোৰ যি আছে সেয়ে হব। তথাপি মই অনুনয় বিনয় কৰি পিতাৰ পৰা অনুমতি চাম. তথাপি যদি তেওঁ মোক অনুমতি নিদিয়ে, তেনেহলে মই যি ভাবিছো তাকেই কৰিম।

বাসন্তীয়ে বৃন্দাক ভাবত বিভোৰ হৈ থকা দেখি সুধিলে-- সখী তুমি দেখোন অভিনয়ৰ ফালে একো মনকে কৰা নাই. কিবা-কিবি দেখোন ভাবি আছা। বৃন্দাই কলে—বৰ ভাল লগা নাই, টোপনি লাগিছে, বলা যাওঁ, যাত্রাভিনয় আৰু নেচাওঁ। এই বুলি দুয়ো সখীয়েক সভামণ্ডপৰ পৰা ঘৰলৈ আহিল। আহিবৰ সময়ত আকৌ বৃন্দাই চাৰিওফালে চকু ঘূৰাই চালে- কি জানি ক'ৰবাত দেবক দেখে। বৃন্দাই কিন্তু ক'তো দেবক নেদেখিলে।

ঘৰলৈ আহি বাসন্তী আৰু বৃন্দাই একেখন বিছনাতে শুবলৈ ললে। বৃন্দাই কলে—সখী, নিমন্ত্রণ কৰা সত্বেও দেব আমাৰ পূজালৈ নাহিল, ইয়াৰ কাৰণ মই একো বুজিব নোৱাৰিলোঁ। কাইলৈ ৰাতিপুৱা নৈৰ দাঁতিত ফুৰিবৰ ছলেৰে দুয়ো এবাৰ

দেবহঁতৰ ঘৰলৈ যাম বলা। আমি গলে মানুহে আমাক বেয়া বুলিব নেকি? দেবৰ মাকে বেয়া পাব নেকি? বাসন্তীয়ে কলে—বেয়া পাবৰ দেখোন কোনো কথা নাই। তুমি কবা, ময়ো কলিকতাত পঢ়োঁ, কেতিয়া তেওঁ কলিকতালৈ যাব সুধিবলৈ আহিছোঁ। এই কথা পাঙি তুয়োজনীয়ে শুই পৰিল।

নবমী পূজা, ৰাতিপুৱা বৃন্দাই বাসন্তীৰ সৈতে মাকৰ ওচৰলৈ গৈ কলে—আই আজি আমি দুয়ো নৈত গা ধুই আহোঁ। মাকে যাবলৈ আদেশ দিলে। প্ৰায় আঠ বাজিছে, দুয়ো নৈত গাধোৱা ছলেৰে দেবহঁতৰ ঘৰত উপস্থিত হ'ল। তুজনী গাভৰু ছোৱালী ঘৰলৈ অহা দেখি দেবৰ মাকে আচৰিত হৈ সুধিলে;—আইদেউসকল, কোন তোমালোক, কাক বিচাৰিছা তোমালোকে? টেঙৰী বাসন্তীয়ে তেতিয়া উত্তৰ দিলে—আমি ইয়াতে ওচৰতে থাকোঁ। মোৰ এইজনী সখী কলিকতাত পঢ়ে। পূজাৰ বন্ধত ঘৰলৈ আহিছে। আপোনাসকলৰ তেখেত কেতিয়া কলিকতালৈ যাব সেইটো সুধিবলৈ আহিছোঁ। দেবৰ মাকে কলে—দেব বোপা কালি গধূলিয়েই কলিকতালৈ গুচি গ'ল, তাৰ হেনো কিবা তাত জৰুৰি কাম আছে, মই পূজাৰ কেইদিন তাক ইয়াত থাকিবলৈ কৈছিলোঁ, সি কিন্তু ইয়াত নেথাকিল। এই বুলি কৈ দেবৰ মাকে চকু চলচলীয়া কৰিলে। বাসন্তীয়ে তেতিয়া কলে, "আই আমি এতিয়া যাওঁ।" দেবৰ মাকে কলে—

আইদেউহঁত, এখেন্তক বহা, তামোল-চালি এখন খোৱা। দুয়ো কলে—নালাগে, আমি নৈত গা ধুবলৈ আহিছোঁ লগতে কথাটো সুধিম বুলি আহিছিলোঁ”। এই বুলি প্ৰণাম কৰি দুয়ো বেগাবেগিকৈ নৈৰ ঘাটলৈ গুচি গ’ল। নৈত গা ধুই দুয়ো ঘৰলৈ গুচি গ’ল।

## সোতৰ

দুৰ্গাপূজা শেষ হ’ল। বিজয়া দশমীৰ পিচদিনাৰ পৰা জমিদাৰৰ তীৱ্ৰ কম্পে জ্বৰ উঠিল। তৎক্ষণাত শইকীয়া ডাক্তৰক মাতি অনা হ’ল আৰু ঔষধৰ ব্যৱস্থা কৰিলে। সাত দিনৰ পিচত জ্বৰ এক্ৰকম উপশম হ’ল. কিন্তু জমিদাৰ একেবাৰে দুৰ্ব্বল হৈ পৰিল। জমিদাৰে নিজে নিজে ভাবিলে -- তেওঁ আৰু ভগ্ন স্বাস্থ্য লাভ কৰিব নোৱাৰে ; সংসাৰৰ পৰা বিদায় লবৰ দিন অহা যেন অনুমান কৰিলে। বৃন্দাৰ কাৰণে মহাচিন্তাত মগ্ন হ’ল। দীঘল হুমুনিয়াহ কাঢ়ি চিন্তা কৰিবলৈ ধৰিলে—উঃ! মই বৃন্দাজনীৰ একো কৰিব নোৱাৰিলোঁ ; একেটি মাথোন ছোৱালী মোৰ, মই জীৱিত থাকোঁতে কোনো সৎপাত্ৰত গতাব নোৱাৰিলোঁ। মই মৰিলে তাইৰ গতি কি হব? ইমান তাইক বুজালোঁ, কোনোমতে মোৰ কথা নেমানে। এইদৰে চিন্তা কৰি থাকোঁতে দুৰ্গাৱতী উপস্থিত হ’ল।

দুৰ্গাৱতীক অহা দেখি জমিদাৰে কলে—পিচে মই অশান্তিত মৰিব লগা হলোঁ, মই থাকোঁতে বৃন্দাৰ একো কৰিব নোৱাৰিলোঁ, তুমি কিবা এটা উপায় কৰা, বৃন্দাক বুজাই তাইৰ বিয়াখনৰ কিবা এটা ব্যৱস্থা কৰা, মই যে জীয়াই থাকিম, সমূলি আশা নাই। মৰাৰ আগতে তাইৰ বিয়াখন চাই যাব পাৰিলে শান্তি পালোঁহেঁতেন। দুৰ্গাৱতীয়ে চকু চল্‌চলীয়া কৰি কলে—মইনো কেনেকৈ বিয়াখন পাতোঁ? আপুনিও আপোনাৰ কথা নেৰে আৰু বৃন্দাইও তাইৰ কথা নেৰে; গতিকে আপুনি কেনেকৈ জীয়েকৰ বিয়া চাবলৈ পায়। ইমান বুজালোঁ, তাই কোনোমতে মান্তি নহয়। "মইনো কি কথা নেৰিলোঁ?" জমিদাৰে কলে। দুৰ্গাৱতীয়ে কলে—আপুনি দেবোৰ নামেই শুনিব নোৱাৰে। তাক 'ডালদৰিদ্ৰ' বুলি আমাৰ নিজ ঘৰতেই অপমান কৰিছিল। আপোনাৰ অৱস্থা দেখি তাইৰ এতিয়া বিয়াত সোমাবলৈ ইচ্ছা হৈছে। তাইৰ কিন্তু বিয়া হব লাগে দেবৰ লগত। সখীয়েক বাসন্তীৰ আগত কৈছে; যদি তাইৰ বিয়া পাতে, তেন্তে দেবৰ লগত পাতিব লাগে, অন্য কাৰো লগত তাইৰ বিয়া হব নোৱাৰে। দেবৰ লগত বিয়া নহলে তাই চিৰ-কুমাৰী হৈয়ে থাকিব।

জমিদাৰে কান্দি কান্দি কলে—উঃ! মোৰ বুকুৰ ধন হৈ তাই কি প্ৰতিজ্ঞা কৰিছে। আজিকালি ল'ৰা-ছোৱালীবোৰ পঢ়া শুনা কৰি নষ্ট হ'ল। কেনেকৈনো মই এনে দুখীয়া ল'ৰা এটাৰ ওচৰত ছোৱালীজনী গতাওঁ।

"আপোনাৰ এটা কথাই নগ'ল" জমিদাৰনীয়ে কলে। "দেবো নো কিহৰ দুখীয়া, এনেকুৱা মাতৃভক্তি থকা ল'ৰা। পঢ়ি থকা অৱস্থাত নো কোন ল'ৰাই মাক-বাপেকক ভৰণ পোষণ কৰিব পাৰিছে ? চাওঁকচোন, সুদূৰ কলিকতাত পঢ়িও দেবই মাকৰ খৰচ বহন কৰি আছে। এনেকুৱা গুণীপুত্ৰ কেইজনৰ আছে। ইমান কষ্ট কৰি পঢ়া সত্বেও তাৰ স্বাস্থ্য নষ্ট হোৱা নাই, পঢ়াতো ত্ৰুটী হোৱা নাই, বৰং পৰীক্ষাবোৰত বিশ্ববিদ্যালয়ত সৰ্ব্বোচ স্থান লাভ কৰি আছে।"

জমিদাৰে তেতিয়া কলে—'তুমি বহুত কথা নেজানা। দুখীয়া মানুহৰ বহুত দোষ থাকে। সিহঁত উদাৰ হব নোৱাৰে। সিহঁতৰ মনবোৰ ঠেক।" জমিদাৰৰ কথা শুনি দুৰ্গাৱতীয়ে কলে যে সেইটো কথা মুঠেই সত্য নহয়। প্ৰায় ধনী মানুহৰহে বেচি দোষ দেখা যায়। প্ৰায় ধনী মানুহ অহঙ্কাৰী, মদগৰ্ব্বী আৰু বিলাসপ্ৰিয়। যদি আপুনি মোৰ কথা শুনে তেনেহলে দেবৰ লগত বৃন্দাৰ বিয়া পাতক, ইয়াৰ অন্যথা নকৰিব। কিছুদিনৰ পিচত ময়ো মৰি যাম আপুনিও মৰি যাব। যদি সঁচাকৈয়ে আপুনি বৃন্দাৰ মঙ্গল কামনা কৰে তেনেহলে দেবৰ লগত বৃন্দাৰ বিয়া পাতক।

অৱশেষত জমিদাৰে নিজৰ অসহায় অৱস্থাৰ গম পাই দেবৰ লগত বৃন্দাৰ বিয়া পতাৰ মত দিলে আৰু ঘৈণীয়েকক দেবৰ মাকক মাতি আনিবলৈ কলে। বিয়া সোনকালে পাতিব লাগে, কাৰণ তেওঁ আৰু বেচিদিন জীয়াই নাথাকে।

বৃন্দাজনীয়ে মাক-বাপেকৰ ভিতৰত হোৱা কথা ভিতৰৰ খোঁটালীৰ পৰা শুনি আছিল। বৃন্দাৰ অন্তৰত আনন্দৰ ঢৌ উঠিল, বিৰহ বেদনাত অস্থিৰ হৈ পৰিল, কি যে কৰিব, কি যে নকৰিব একো ঠিক কৰিব নোৱাৰা হ'ল। পক্ষী হৈ যেন তেওঁ কলিকতালৈ উৰি যাব আৰু এই সুখৰ খবৰ যেন দেবৰ আগত কব। ততালিকে তাই গৈ শোৱা পাটীত পৰিল আৰু নানান সুখৰ কল্পনা কৰিবলৈ ধৰিলে। বি, এ, পাছ কৰোঁতে খবৰৰ কাকতত দেবৰ যিটো ফটো ওলাইছিল, সেই ফটোটো বৰ যত্ন কৰি বৃন্দাই তাইৰ ট্ৰাঙ্কত ভৰাই থৈছিল, আজি তাই ট্ৰাঙ্কটো খুলি সেই ফটোটো ঘনে ঘনে চাবলৈ ধৰিলে। যিমানে চায় সিমানে তাইৰ মৰম ওপজে। ফটোটো ডাঙৰ কৰি আনি তাই সেইটো নিজৰ খোঁটালীত বন্ধাই ৰাখিবলৈ ইচ্ছা কৰিলে।

এইদৰে সুখৰ কল্পনা কৰি থাকোঁতে হঠাৎ আকৌ তাইৰ মনত এটা দুশ্চিন্তাৰ ভাৱ আহি ভূমুকি মাৰিলে। এতিয়া পিতা-মাতাই সন্মত দিলে, দেব কিন্তু সন্মত হয় নে নহয়! পিতাকে দেবোক ডালদৰিদ্ৰ বোলা কথাষাৰ মনত উদয় হ'ল। দেব আজি সাধাৰণ মানুহ নহয়, প্ৰথম বিভাগত এম, এ, পাছ কৰা মানুহ। কত ডাঙৰ মানুহৰ জীয়ৰী তেওঁলৈ আহিব। পিতাৰ পৰা এনে অপমান পাই তেওঁ তাইক বিয়া কৰাবনে? তাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। চকুলোৰে তাইৰ গাৰুটো তিতি গ'ল। ভগৱতীক তাই ভাবিবলৈ ধৰিলে—হে আই! জগমাতৃ, তুমি মোৰ মনৰ বাঞ্চা পূৰ্ণ কৰা।

এসময়ত তুমি উষাৰো মনোবাঞ্ছা পূৰ্ণ কৰিছিলা, আজি তুমি মোৰ নকৰা কিয় ? এইদৰে ভাবি ভাবি বৃন্দা টোপনিত পৰিল।

## ওঠৰ

বাসন্তীৰ হতুৱাই দেবৰ মাকক বৰ আদৰেৰে জমিদাৰে ঘৰলৈ মাতি অনালে। অতি কম বয়সতে তেওঁ বিধবা হৈছে। দেবক লৈয়ে তেওঁ স্বামী শোক পাহৰি গৈছে। যদিও তেওঁৰ শৰীৰ ক্ষীণ, তথাপি মুখত এটা পবিত্ৰ ভাবৰ উজ্জ্বল শ্ৰী বিৰিঙি আছে। দেখাত তেওঁ অতি সুলক্ষণা তিৰোতা যেন বোধ হয়, কিন্তু কি কাৰণে বিধবা হ'ল, নিৰ্ণয় কৰা টান। মানুহৰ সুখ সমৃদ্ধি কেৱল ইহ জনমৰ কৰ্ম্মৰ ওপৰত নিৰ্ভৰ নকৰে, পৰজন্মৰ কৰ্ম্মৰ দ্বাৰাইও সুখ দুখ কিছু পৰিমাণে নিয়ন্ত্ৰিত হয় বুলি জ্ঞানী সকলে কয়। সি যি কি নহওক, কি কাৰণে দেবৰ মাক বিধবা হ'ল তাৰ কাৰণ বিচাৰ নকৰাই ভাল ; কাৰণ এইবোৰৰ বিচাৰ নেদেখাজনেই কৰিব।

জমিদাৰে দেবৰ মাকক তেওঁৰ বিছনাৰ ওচৰলৈ মাতি নি কলে—আপোনাৰ ল'ৰাৰ লগত মোৰ ছোৱালীজনীৰ বিয়া পাতিবৰ ইচ্ছা, এই বিষয়ত আপোনাৰ মতামত কি মোক জানিবলৈ দিয়ক। দেবৰ মাকে কলে—মইনো মতামত কেনেকৈ ব্যক্ত কৰোঁ, মোৰ ল'ৰা এতিয়া উপযুক্ত হৈছে, সি য'তে বিয়া কৰাবলৈ ইচ্ছা কৰে মোৰো তাতেই মত। তেতিয়া

তেওঁ এটা বিদ্রূপৰ হাঁহি মাৰি কলে—আজিকালি মোৰ বাহিৰে সকলো আধুনিক হৈছে, আপুনিও ল'ৰাৰ মতামত মতে কাম কৰা হৈছে।" দেবৰ মাকে কলে—ডাঙৰীয়া মোৰ ল'ৰা উপযুক্ত হৈছে। মোতকৈ সি আজি বহুত কথা জনা হৈছে, দেশ বিশেদত ফুৰি আছে, তাৰ জন্ম হোৱাৰ লগে লগে মোৰ স্বামীৰ মৃত্যু হয়, সিয়ে মোক আজি ভৰণ পোষণ কৰি আছে। য'তে সি বিয়া কৰাবলৈ মত দিয়ে, তাতেই মই বিয়া কৰাবলৈ মত দিম বুলি ভাবিছোঁ, এতিয়া মই তাৰ বিয়াৰ বিষয়ে একো ভবা নাই। এতিয়াহে তাৰ পঢ়া শেষ হৈছে; টকা পইচা হাতত এটিও নাই; এনেস্থলত বিয়াৰ কথা ভাবিবই নোৱাৰোঁ। জমিদাৰে কলে —আপুনি টকা পইচাৰ কথা ভাবিব নালাগে। এই মাহতে মই বিয়াখন পাতিবলৈ ইচ্ছা কৰোঁ। আপুনি আজি দেবলৈ চিঠি দিয়ক। "ডাঙৰীয়া, মই লিখিব নেজানোঁ" দেবৰ মাকে কলে। "আপুনিয়েই হুআবাৰমান কথা লিখি দিয়ক; মই তাত চহীটো কৰিম।"

জমিদাৰে বাসন্তীৰ হতুৰাই তলত লিখা মতে চিঠিখন লিখিলে।

কল্যাণীয়,

ভগবানৰ কৃপাত মই ভালে আছোঁ। তোমাৰ এতিয়া পঢ়া শেষ হৈছে। এতিয়া তোমাৰ বিয়াখন পাতিবলৈ ইচ্ছা

কৰোঁ। আমাৰ ওচৰত থকা শ্ৰীযুত কমলাকান্ত জমিদাৰে তেওঁৰ জীয়ৰী শ্ৰীমতী বৃন্দাৰ লগত তোমাৰ বিয়াখন পাতিবলৈ ইচ্ছা কৰে। তেওঁলোকে এই মাহতে বিয়াখন পাতিবলৈ মন কৰে। তুমি অতি শীঘ্ৰে তোমাৰ মতামত জনাই সুখী কৰিবা।

ইতি—

তোমাৰ মৰমৰ—

মাতৃদেবী।

শ্ৰীঅমলা দেবী

চাকৰৰ হতুৱাই এই চিঠিখন পোষ্ট বাকচত দিয়ালে।

## ঊনৈশ

দেবৰ মাক ঘৰলৈ যোৱাত জমিদাৰ আৰু জমিদাৰণীয়ে বিয়া বিষয় কথা-বতৰা পাতিবলৈ ধৰিলে। তেওঁলোকে ভাবিলে— কলিকতাত থকা ৰমেশলৈ এখন চিঠি দিয়া উচিত হব। তেওঁৰ দ্বাৰা দেবৰ মতামত বুজিব পৰা হব। এই বুলি কমলাকান্তই ৰমেশলৈ এখন চিঠি দিলে।

চিঠি দিয়াৰ পিচত কমলাকান্তৰ আকৌ জ্বৰ উঠিল। জ্বৰ বেচি নহয়, অলপ পৰিমাণৰ কফজ্বৰ সদায় উঠি থকা হ'ল। দিনে দিনে তেওঁ দুৰ্ব্বল হৈ আহিবলৈ ধৰিলে। পোন্ধৰ দিনৰ মূৰত জমিদাৰে কলিকতাত থকা ৰমেশৰ পৰা

এখন চিঠি পালে। চিঠি পঢ়ি তেওঁ একেবাৰে হতাশ হৈ পৰিল। ৰমেশে চিঠিত লিখিছিল যে তেওঁৰ ছোৱালীজনীৰ লগতহে দেবৰ বিয়া পাতিবৰ ইচ্ছা; গতিকে বৃন্দাৰ কাৰণে আন ঠাইতহে দৰা বিচাৰিব লাগে। যদি তেওঁলোকে অন্বেষণ কৰিব নোৱাৰে, তেনেহলে তেওঁ নিজেই অন্বেষণ কৰিব। যদি তেওঁলোকে ইচ্ছা কৰে, তেনেহলে উজনি অসমৰ চাহ বাগানৰ ম্যানেজাৰ উপেনদাসৰ ল'ৰা কাৰ্ত্তিকদাসৰ ল'ৰাৰ লগত বিয়া ঠিক কৰি দিব পাৰে। ল'ৰাজন বৰ্ত্তমান কলিকতাৰ কলেজত বি. এ. পঢ়ি আছে। ল'ৰাজন ধুনীয়া। তাৰ লগত বৃন্দাৰ বিয়া হলে, সিহঁত সুখী হব বুলি ভাবে।

জমিদাৰে ঘৈণীয়েকক মাতি আনি ৰমেশে লিখা চিঠিখন পঢ়ি শুনালে। ছুৰ্গাৱতী একেবাৰে হতাশ হৈ পৰিল। "যাকেই আশা কৰিছিলোঁ, সেয়ে আশা ছেদ কৰা হ'ল," এই বুলি ছুৰ্গাৱতীয়ে বৰ ছুখেৰে কলে; "বুজিছোঁ, বৃন্দাৰ আৰু বিয়া নহব। জমিদাৰে কলে, —এতিয়া কি কৰো, মই আৰু বৃন্দাৰ বিয়া দেখা নেপাওঁ। ইমান তাইক বুজালোঁ, তথাপি তাইৰ মন ঘূৰাব নোৱাৰিলোঁ, কেৱল দেবৰ লগতহে তাইৰ বিয়া পাতিব লাগে। ৰমেশে, ভালেই লিখিছে—সমানৰ লগত সমানৰ কুটুম্ব হব লাগে। আমিনো এজন 'ডালদৰিদ্ৰ' ল'ৰাৰ লগত সম্বন্ধ পতা উচিত হবনে? চাহবাগানৰ ম্যানেজাৰ আঢ্যৱন্ত মানুহ,—তেনেকুৱা মানুহৰ ল'ৰাৰ লগত মোৰ ছোৱালীৰ বিয়া হলেহে ভাল হয়।

ৰমেশে লিখা চিঠিৰ কথা বৃন্দাই ইতিপূৰ্ব্বেই গম পালে। তাই নিজৰ পঢ়া খোঁটালীৰ ভিতৰলৈ গৈ কান্দিবলৈ ধৰিলে। আজি বৃন্দাৰ শোক অতি গধূৰ। জীৱনত তাই আজিৰ নিচিনা কেতিয়াও কন্দা নাই। সঁচাকৈয়ে পেহীৰ ছোৱালী কৰুণাক দেবলৈ ঠিক কৰিছে নেকি? অতীতৰ কথা সুৱঁৰি সুৱঁৰি তাই নিজকে নিজে ধিক্কাৰ দিবলৈ ধৰিলে। কেলেইনো মই কলিকতাত ৰমেশ পেহাৰ ঘৰত আছিলোঁ; কেলেইনো মই দেবক তেওঁলোকৰ ঘৰলৈ মাতি নিছিলোঁ? দেবোইনো মোক এনেকৈ পাহৰি যাব লাগেনে? সঁচাকৈয়ে দেবই কৰুণাক ভাল পায় নেকি? মই কিন্তু তেওঁৰ কথা এদিনো ধৰিব নোৱাৰিলোঁ। কলিকতাৰ কলেজ স্কোৱাৰত বেঞ্চত বহি তেওঁ মোৰ লগত আপোনজন হৈ কথা বতৰা পাতিছিল। মোক তেওঁ 'চাৰ' বুলিবলৈ হাক দিছিল। একেলগে দুয়ো কলিকতাত তৰ্ক সভাত প্ৰতিযোগিতা কৰিছিলোঁ, তেওঁ প্ৰথম হৈছিল, মই দ্বিতীয় হৈছিলোঁ। হায় মোৰ মনৰ আশা পূৰ্ণ নহবনেকি! হে ভগবতী, মোক কিয় ইমান দুখ দিয়া, মই পিতাৰো মনোবাঞ্ছা পূৰ্ণ কৰিব নোৱাৰিলোঁ। পিতাই মোৰ বিয়াখন চাবলৈ বৰ হাবিলাস কৰিছিল। ইমান দিনে দেবৰ লগত মোৰ বিয়াখন পাতিবলৈ পিতা মান্তি হোৱা নাছিল। এতিয়া শেষ মুহূৰ্ত্ত সময়ত তেওঁ মান্তি হৈছিল। উঃ এতিয়া মই কি কৰোঁ! দেব ইমান নিষ্ঠুৰনে? দেবকনো মই কেনেকৈ দোষ দিওঁ? পিতাই তেওঁক

'ভালদৰিদ্ৰ' বুলি অপমান কৰা নাছিলনে? কৰুণাৰ মাক-বাপেকে দেবক কেনেভাবে আদৰ সাদৰ কৰিছিল! নাই, দেবৰ লগত যদি মোৰ বিয়া নহয়, তেনেহলে মই চিৰকুমাৰী হৈ থাকিম। নালাগে পিতাই মোৰ বিয়া দেখিব। এইবোৰ ভাঙি'চিন্তি একো খোৱালোৱা নকৰাকৈ কান্দি কান্দি বৃন্দা শুই থাকিল।

লাহে লাহে কমলাকান্তৰ অসুখ বেচি হৈ আহিল। কোনো ঔষধেই গুণ নিদিয়াত পৰিল। বহুত ভাল ডাক্তৰ আৰু কবিৰাজ মাতি আনি দেখুৱালে। যেতিয়া মানুহৰ মৰণকাল উপস্থিত হয়, তেতিয়া ভাল ডাক্তৰ কবিৰাজে কি কৰিব! কালক কোনেও বাধা দিব নোৱাৰে। দুৰ্গাৱতী আৰু বৃন্দাক শোক সাগৰত পেলাই কমলাকান্তই ইহজগতৰ পৰা বিদায় ললে। কমলাকান্তৰ মৃত্যুত দুৰ্গাৱতী আৰু বৃন্দাই চাৰিওফালে আন্ধাৰ দেখিলে। বন্ধু বান্ধৱক মাতি শ দাহন কৰিলে আৰু মৃতকৰ সদ্গতিৰ কাৰণে বৰ সমা-ৰোহেৰে অন্তেষ্টিক্ৰিয়া সম্পন্ন কৰিলে।

আই, এ, পৰীক্ষাৰ খবৰ ওলাল। বৃন্দাই প্ৰথম বিভাগত আই, এ, পাছ কৰিলে। যদিও আই, এ, পৰীক্ষাৰ ভাল খবৰ ওলাল, দুৰ্গাৱতীৰ মনত কোনো আনন্দ নাই; জীয়েকৰ ভবিষ্যতৰ কথা ভাবিয়েই তেওঁ অস্থিৰ হ'ল। বৃন্দাক পঢ়িবলৈ দিয়ে নে নিদিয়ে তেওঁ একো ঠিক কৰিব নোৱাৰা হ'ল। এতিয়া তেওঁ অকলশৰীয়া, কেনেকৈ বৃন্দাক কলিকতাত বি, এ,

পঢ়িবলৈ পঠায়। কেনেকৈ তেওঁ ইমান ডাঙৰ ঘৰত থাকে? যদিও বৃন্দাৰ পঢ়িবলৈ বৰ আগ্ৰহ, তথাপি মাকক অকলে এৰি থৈ যাবলৈ টান পালে। বৃন্দাই ভাবিলে—এনেয়ে পিতাৰ শোকত তেওঁ অস্থিৰা, এনেস্থলত তেওঁ যদি মাকক এৰি থৈ কলিকতালৈ পঢ়িবলৈ যায়, তেওঁৰ মাক জীয়াই থাকিবনে? তেওঁৰ শোকত মাকেও অকালতে মৃত্যুৰ মুখত পৰিব পাৰে। গতিকে বৃন্দাই পঢ়িবলৈ নোযোৱাটোৱে ঠিক কৰিলে।

দুৰ্গাৰতীৰ কিন্তু কুচিন্তাৰ ওৰ নপৰিল। বৃন্দাৰ কথাই তেওঁৰ অন্তৰ তুহঁ জুইৰ নিচিনা পুৰিবলৈ ধৰিলে। কমলাকান্তৰ নিচিনা এদিন তেওঁ এই জগতৰ পৰা বিদায় লব। তেতিয়া বৃন্দাৰ কি দশা হব! তেওঁৰ জমিদাৰী কোনে খাব? নানা চিন্তা ভাবনাৰ কাৰণে দুৰ্গাৰতীও খীণাই শুকাই যাবলৈ ধৰিলে।

## ছুৰি

দিনৰ পিচত দিন গৈয়ে আছে। কমলাকান্ত মৰিবৰ আজি প্ৰায় দুমাহ অতীত হৈ গ'ল। জমিদাৰৰ প্ৰকাণ্ড ঘৰত দুৰ্গাৰতী আৰু বৃন্দা এই দুটি প্ৰাণীয়ে অশান্তিৰে কাল কটাই আছে। মাকে দুখ পাব বুলি যদিও বৃন্দাই অন্তৰৰ দাহ জুই বাহিৰত প্ৰকাশ কৰা নাই কিন্তু তাইৰ অন্তৰ পুৰি একেবাৰে জ্বলা কলা কৰিছে। কিমান দিন আৰু বৃন্দাই অন্তৰত জুই

ধৰি ৰাখিব ! হঠাৎ বৃন্দাৰ জ্বৰ উঠিল। নিঃসহায় দুৰ্গাৰতীয়ে বাসন্তীৰ হতুৱাই ডাক্তৰক মাতি অনালে। ডাক্তৰে পৰীক্ষা কৰি সান্নিপাতিক জ্বৰ বুলি কলে। ৪৫ দিনৰ ম্যাদি জ্বৰ বুলি ডাক্তৰে মন্তব্য কৰিলে। খুব শুশ্ৰূষাৰ আৱশ্যক। দুৰ্গাৰতী অঠাই সাগৰত পৰিল। কি কৰো কি নকৰো ভাবি চিন্তি অস্থিৰ হ'ল। নেৰানেপেৰাকৈ পাঁচ ছদিন জ্বৰ চলিয়েই আছে। বৃন্দাই প্ৰলাপ বকিবলৈ ধৰিলে—দেব দেব বুলি চিঞৰি উঠে ; মই কলিকতালৈ যাওঁ·· মই বি, এ, পঢ়ো··· মই কলেজ স্কোৱাৰ চাওঁ · দেবৰ সৈতে ফুৰিবলৈ যাওঁ··· দেবৰ লগত তৰ্ক সভাত যোগ দিওঁ · দেবই মোক অঙ্ক শিকাই দিব···ইত্যাদি। নিৰুপায় হৈ দুৰ্গাৰতীয়ে ডাক্তৰক মাতি অনালে। ডাক্তৰো কিছুসময় বেমাৰীৰ ওচৰত থাকি ৰোগৰ কাৰণ নিৰ্ণয় কৰিবলৈ ধৰিলে। ডাক্তৰে বৃন্দাৰ মাকক সুধিলে – দেব কোন, দেব দেবো বুলি সদায় কিয় ছোৱালী-জনীয়ে চিঞৰি থাকে। দুৰ্গাৰতীয়ে তেতিয়া ডাক্তৰৰ আগত সমস্ত ঘটনা বৰ্ণাই কলে। ডাক্তৰে "হুঁ' বুলি বৰ গহীন হ'ল আৰু বাসন্তীক বৃন্দাৰ ওচৰত থৈ অন্য এটা খোঁটালীলৈ আহি দুৰ্গাৰতীৰ লগত আলোচনা কৰিবলৈ ধৰিলে।

ডাক্তৰে দুৰ্গাৰতীক কলে, বৃন্দাৰ বেমাৰৰ কাৰণ দেবই। যদি এই সময়ত দেবক ৰোগীৰ ওচৰলৈ আনিব পৰা যায়, তেনেহলে বৃন্দা আৰোগ্য হব পাৰে ; নহলে অন্য উপায় নাই। ডাক্তৰৰ কথা শুনি দুৰ্গাৰতীয়ে কান্দিবলৈ ধৰিলে।

ডাক্তৰে কলে—আইদেউ এতিয়া কান্দিলে, একো লাভ নাই; উপায়হে চিন্তিব লাগে। দুৰ্গাৱতীয়ে কান্দি কান্দি কলে—মইনো এতিয়া কি উপায় কৰোঁ! ডাক্তৰে কলে—আপুনি অস্থিৰ নহব। বিপদত ধৈৰ্য্যই পৰম ঔষধ। আজিয়েই আপুনি দেবক আহিবলৈ এখন জৰুৰী টেলিগ্ৰাম কৰক। মই টেলিগ্ৰামখন লিখি দিওঁ। এই বুলি ডাক্তৰে তাৰাতাৰি আহিবলৈ দেবোলৈ এখন টেলিগ্ৰাম দিলে।

জৰুৰী টেলিগ্ৰাম কাৰণে দেবই তৎক্ষণাতে টেলিগ্ৰাম পালে। পিচদিনা উৰাজাহাজেৰে আহি বৃন্দাহঁতৰ ঘৰত উপস্থিত হ'ল। দেবক দেখি বৃন্দাৰ মাকে কান্দি কান্দি কবলৈ ধৰিলে—মোৰ বোপা, মোৰ বৃন্দা আৰু জীয়াই নাথাকে। মোৰ বোপা, তুমি তাইক ৰক্ষা কৰা, তোমাক চিঞৰি চিঞৰি তাই প্ৰলাপ বকি থাকে। দেবই কোনো উত্তৰ নিদি তৎক্ষণাতে বৃন্দা থকা খোঁটালীলৈ গ'ল। বৃন্দাৰ কাতৰ মূৰ্ত্তি দেখি দেবই চকুৰ পানী মুচিলে আৰু হাতত ধৰি বৃন্দা বৃন্দা বুলি মাতিলে। বৃন্দাই এটা কৰুণ দৃষ্টিৰে দেবৰ পিনে চালে।

# এৰৈকেশ

দেব আৰু বাসন্তীৰ শুশ্ৰূষাত লাহে লাহে বৃন্দা ভালৰ ফালে আহিবলৈ ধৰিলে। ৪৫ দিনৰ মূৰত বৃন্দাৰ জ্বৰৰ তাপ নোহোৱা হ'ল। দুৰ্গাৱতীয়ে শান্তি পালে। প্ৰায় এমাহ দেব বৃন্দাহঁতৰ ঘৰত থাকি বৃন্দাক শুশ্ৰূষা কৰিলে। দেবৰ পৰশ পাই বৃন্দাও দিনক দিনে সুস্থ হৈ আহিল। বৃন্দাক বিয়া দিব নোৱাৰি কেনেকৈ হঠাৎ জমিদাৰ মৃত্যু মুখত পৰিল সকলো কথা দুৰ্গাৰতীয়ে দেবৰ আগত ভাঙি কলে। বৃন্দা আৰু দুৰ্গাৱতীৰ মৰম দেবই উপেক্ষা কৰিব নোৱাৰিলে। দেবই বিয়া পতাৰ মত দিলে।

বহাগ মাহ, ২০ তাৰিখ, পূৰ্ণিমা তিথি। বিধিমতে বৃন্দা আৰু দেবৰ ভিতৰত শুভ পৰিণয় সম্পন্ন হ'ল। দুৰ্গাৱতীয়ে শান্তি লভিলে আৰু দেবৰ আকৰ্ষণেও বৃন্দাক ৰক্ষা কৰিলে।

—: অন্ত :—